বেজবৰুৱা-শতবাৰ্ষিকী উপলক্ষে:

# অসমীয়া ভাষা আৰু সাহিত্য


ৰচোঁতা

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা

সঙ্কলন আৰু সম্পাদনা

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

তপোবন, গুৱাহাটী-১



প্ৰকাশক আৰু মুখ্য পৰিবেশক

নিউ বুক ষ্টল, গুৱাহাটী

ASAMIYA BHASA ARU SAHITYA : by Late Lakshminath Bezbaroa. Compiled and edited by Prof. Atulchandra Hazarika, M.A., B.L., B.T. Tapoban, Gauhati (1) and published by Messers New Book Stall, Gauhati, on behalf of the Asam Sahitya Sabha, Jorhat, Assam. Rs 7·00.

প্ৰকাশক :

শ্ৰীৰত্নেশ্বৰ দত্ত

নিউ বুক ষ্টল, গুৱাহাটী-১

প্ৰথম প্ৰকাশ :

১৯৬৮ চন, ১৫ আগষ্ট

মূল্য—৭৲ সাত টকা

মুখ্য পৰিবেশক :

নিউ বুক ষ্টল, গুৱাহাটী-১

[illegible]তা :

[illegible]চাক

[illegible]

[illegible]ৰোড, কলিকাতা-৯

# নিবেদন

আধুনিক অসমীয়া সাহিত্যৰ অন্যতম ঘাই হোতা সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাই এখন প্ৰকাশন আঁচনি দুবছৰৰ আগতেই হাতত লয়। এই আঁচনি অনুসৰি সম্ভৱস্থলত সাহিত্যৰথী বেজবৰুৱাৰ সকলো বিষয়ৰ ৰচনাৰাজি সঙ্কলন কৰি থাওকতে প্ৰকাশ কৰাৰ বাবে প্ৰচেষ্টা হাতত লোৱা হয়। নকলেও হব যে এই প্ৰচেষ্টাত প্ৰবীণ সাহিত্যিকসকলৰ আন্তৰিক সহযোগিতাৰ ওপৰতেই এনে আঁচনি কাৰ্যকৰী কৰাটো সম্ভৱপৰ হব পাৰিছে। ঘাইকৈ এই গ্ৰন্থৰ সঙ্কলক আৰু সম্পাদক অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা দেৱৰ প্ৰচেষ্টাৰ ফলতেই বেজবৰুৱাৰ এই মূল্যবান প্ৰবন্ধ কেইটা থাওকতে সুধী সমাজৰ আগত দিয়াটো সম্ভৱপৰ হ'ল। সাহিত্য সভাই নিজা প্ৰকাশনৰ উপৰিও এনেধৰণৰ গ্ৰন্থৰ একোটা সংস্কৰণ অসমীয়া ভাষা-সাহিত্যপ্ৰেমী একো গৰাকী প্ৰকাশকৰ যোগেদি প্ৰকাশ কৰিবলৈকো স্থিৰ কৰে। আমাৰ এনে ধৰণৰ সিদ্ধান্তত গুৱাহাটীৰ নিউ বুক ষ্টলে সঁহাৰি জনাই গ্ৰন্থখনিৰ প্ৰকাশৰ দায়িত্ব লোৱাত আমি প্ৰতিষ্ঠানটিৰ স্বত্বাধিকাৰী শ্ৰীৰত্নেশ্বৰ দত্ত ডাঙৰীয়াৰ শলাগ লৈছোঁ।

বেজবৰুৱাক কেৱল অসমীয়া সাহিত্যৰ নৱন্যাস যুগৰ পিতা বুলি কলেই যথেষ্ট নহয়। অসমীয়া ভাষাক চুবুৰীয়া ভাষাগোষ্ঠীৰ গৰাহৰ পৰা উদ্ধাৰ কৰিবৰ বাবে বেজবৰুৱাই কটাৰীতকৈ যে কলম চোকা এই মন্ত্ৰ সাৰোগত কৰি সব্যসাচীৰ দৰে অব্যৰ্থ আৰু অকাট্য যুক্তিৰে এলানি মূল্যবান প্ৰবন্ধ প্ৰকাশ কৰিছিল। এই প্ৰবন্ধসমূহৰ সুকীয়া ঐতিহাসিক মূল্য আছে। অসমীয়া ভাষাৰ স্বকীয়তা নিৰূপণ কৰাত বেজবৰুৱাই কিদৰে ভূমিকা লৈছিল এই কথা এই প্ৰবন্ধসমূহৰ মাজেদি নিশ্চয় হৃদয়ঙ্গম কৰিব পাৰি

আমাৰ বিশ্বাস, সাহিত্য সভাৰ প্ৰকাশন আঁচনিৰ সন্দৰ্ভত প্ৰকাশ পোৱা এই গ্ৰন্থখনিয়ে অনুসন্ধিৎসু পাঠকক বিশেষভাৱে প্ৰেৰণা যোগাব।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—১
১৫ আগষ্ট ১৯৬৮

শ্ৰীহৰিপ্ৰসাদ নেওগ
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# জোৰণি

আধুনিক অসমীয়া ভাষা-সাহিত্য স্ৰষ্টাসকলৰ ভিতৰত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ স্থান সবাতো আগত। বেজবৰুৱা ডাঙৰীয়াৰ সাহিত্যিক-বৰঙনি লেখতো সৰহ, জোখতো গধুৰ। এই কথা বিশেষভাৱে লক্ষ্য কৰিবলগীয়া যে লক্ষ্মীনাথ প্ৰমুখ্যে অসমীয়া সাহিত্য গঢ়োঁতাসকলে পঢ়াশালিত বঙলা ভাষাহে পাঠ লবলগীয়া হৈছিল আৰু সেইসকলৰ দিনত দেশৰ স্কুল-কলেজত অসমীয়া ভাষা-সাহিত্য ন্যায্য স্থানত প্ৰতিষ্ঠিত হোৱা নাছিল। আজিৰ ছাত্ৰৰ দৰে তেতিয়াৰ ছাত্ৰই কলেজত অসমীয়া ভাষা-সাহিত্য বৈজ্ঞানিক পদ্ধতিত অধ্যয়ন কৰিব পৰাটো পৰ্ব্বতৰ কাছকণীৰ নিচিনা অসম্ভৱ আছিল। তেনে এটা দিনতেই অসমীয়া ভাষা-সাহিত্যৰ আচল মুখখন নেদেখাকৈয়ে লক্ষ্মীনাথে উচ্চ শিক্ষা লাভ কৰিছিল আৰু পিছত স্বকীয় প্ৰতিভা আৰু জীৱনব্যাপী সাধনাৰ ফলত অসমীয়া সাহিত্যৰ অধিনায়ক হিচাপে আমাৰ নমস্য পুৰুষ হ'ল।

যোৰহাটত বহা অসম সাহিত্য সভা অধিবেশনৰ আদৰণি সভাৰ ভাষণত জোনাকী যুগৰ অন্যতম জ্যোতিষ্ক ৺ৰাধানাথ ফুকনদেৱে সেই দিনৰ এখন ফটফটীয়া ছবি আঁকি থৈ গৈছে এইদৰে: "জগতৰ ইতিহাসত চাব, ৰজাঘৰৰ পৰা উৎসাহ আৰু সহায় নোপোৱাকৈ কোনো দেশৰ সাহিত্যৰ উন্নতি হোৱা নাছিল। আমাক বিদেশী ইংৰাজ ৰজাই সহায় যে নকৰিলেই বৰং আমাৰ ভাষাৰ বিদ্বেষ কৰিলে। প্ৰথমতে আহিয়েই তেওঁবিলাকে বুজিলে যে অসমীয়া জাতি জাতি নহয়, অসমীয়া ভাষা ভাষা নহয়, এইদৰেই তেওঁলোকক বুজালে। তেওঁবিলাকে বুজিলে যে অসমীয়া ভাষা বঙলা ভাষাৰ অপভ্ৰংশ। এই বিষয়ে তেওঁলোকৰ প্ৰধান যুক্তি হ'ল যে এতিয়াও ৰংপুৰ, কোচবিহাৰ আদি পূৰ্ব্ববঙ্গৰ মানুহে ভঙা ভঙা অসমীয়া কথাহে কয়। এইটো সঁচা কথা। এইবোৰ মানুহে বিকৃত অসমীয়া কথা কয়। কিন্তু আমি সেই সময়ত বিদেশী ৰজাক বুজাব নোৱাৰিলোঁ যে অতীজত পূৰ্ব্ব-বঙ্গৰ বহুতখিনি ঠাই প্ৰাচীন বিশাল সমৃদ্ধিশালী কামৰূপ ৰাজ্যৰ অন্তৰ্গত আছিল আৰু সকলোৱে কামৰূপৰ ভাষাকেহে কৈছিল আৰু এতিয়াও তাকে কৈ আছে। প্ৰাচীন কামৰূপ ৰাজ্যৰ গৌৰৱৰ কথা তেতিয়াও তেওঁবিলাকে জনা নাছিল। এই কথাটো জানিবলৈ তেওঁবিলাকৰ

এশ বছৰ লাগিল আৰু যেতিয়া জানিলে তেতিয়া তেওঁলোকৰ যাবৰেই হ'ল। এই কথাটো নজনাৰ বাবেই, তেওঁবিলাকে আমাৰ বিৰুদ্ধে যি যিহকে কৈছিল তাকে মানি লৈছিল। এজন উচ্চপদস্থ বিদেশী বিষয়াই—The Mahapurushiya Sect in Assam নামেৰে এখন কিতাপ লিখিছিল। তাত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ কথা যেনেকৈ লেখিছিল শুনিলে কাণত আঙুলি দিব লাগে। তেওঁ শেষত মত দিলে,—নিশ্চয় বঙ্গদেশৰ শ্ৰীচৈতন্যদেৱৰ কথাবোৰ আনি শ্ৰীশঙ্কৰদেৱে অসমত প্ৰচাৰ কৰিলেহি, নহলে অসমীয়া হৈ তেওঁ কেনেকৈ এনে বিশুদ্ধ ধৰ্ম্ম প্ৰচাৰ কৰিব পাৰে? ইংৰাজ গৱৰ্ণমেণ্টে এই অশ্ৰাব্য কথাটো বিশ্বাস কৰিলে। ১৮৯১ চনৰ চেঞ্চছ ৰিপোৰ্টত এইদৰেই লিখিলে। অতি দুখৰ বিষয় যে ১৮৯১ চনৰ চেঞ্চছ ৰিপোৰ্টখন অসমৰ বুৰঞ্জীলিখক গেইট চাহাবৰ লিখা। সেই সময়ত তেওঁৰ নিশ্চয় এযে মত আছিল। পোনেই বিলাতৰ পৰা আহি তেওঁ এই বিশ্বাসেৰেই কাম আৰম্ভ কৰিছিল। কুৰি বছৰৰ পিছত ছাৰ এড্‌ৱাৰ্ড গেইটে তেওঁৰ ভুলটো বুজিলে আৰু তাক সংশোধন কৰি দুখ প্ৰকাশ কৰিলে। তেওঁ যেতিয়া গোটেই ভাৰতবৰ্ষৰ চেঞ্চছ কমিছনাৰ তেতিয়া তেওঁৰ অনুমতি মতেই অসম গৱৰ্ণমেণ্টে এই মহাভুলটো শুধৰালে। ভাষা সম্পৰ্কেও আদিতে তেওঁবো সেই একে ভুলেই আছিল। ইংৰাজ ৰজাৰ দৰেই তেৰোঁ নিশ্চয় ভাবিছিল যে অসমীয়া ভাষাটো এটা দোৱান। ইংৰাজ গৱৰ্ণমেণ্টে বোধকৰোঁ ধৰি ললে যে অসমীয়াৰ এই দোৱানৰ ঠাইত বঙলা ভাষা চলাব পাৰিলে দেশৰ এটা মহৎ উপকাৰ কৰা হ'ব। এনে ভাবিয়েই তেওঁবিলাকে অসমীয়া ভাষা একেবাৰে তুলি দিলে। বিচাৰালয়, স্কুল, পঢ়াশালি সকলো ঠাইতে বঙলা ভাষা, বঙালী বিচাৰক আৰু বঙালী শিক্ষক হ'ল। ১৮৩৫ চনৰ পৰা ১৮৭২।৭৪ চনলৈকে এইদৰে চলিল। আমাৰ দুই এজন মানুহে আৰু পাদুৰী চাহাবসকলে মিছাতে প্ৰতিবাদ কৰিলে, অৰণ্যত ৰোদন কৰিলে। ইংৰাজ গৱৰ্ণমেণ্টে কাণ নিদিলে।

১৮৭২।৭৪ চনত অসমীয়া ভাষা গাঁৱলীয়া পঢ়াশালি আৰু আদালতত চলাবলৈ হুকুম হ'ল হয়; কিন্তু অৱস্থাৰ একো পৰিবৰ্ত্তন নহল। মোৰ ৰিণিকি ৰিণিকি মনত পৰে যে প্ৰায় এই সময়তে মই প্ৰথম স্কুললৈ গৈয়েই বঙলা ভাষা আৰম্ভ কৰোঁ। আমাৰ মাষ্টৰ বঙালী, কিতাপ বঙলা, কথাও কওঁ বঙলা। মই এনে কথা কোৱা নাই যে বঙলা পঢ়া বাবে মোৰ বিশেষ ক্ষতি হ'ল। আধুনিক বঙ্গ ভাষা, প্ৰাচীন

নহলেও অতি উন্নত ভাষা, পঢ়িলে লাভ আছে। এই ভাষা জানি মোৰ উপকাৰহে হ'ল। কিন্তু আমাৰ বিশেষ ক্ষতি এই বাবে হ'ল যে স্কুলত আৰু বাহিৰতো সদায় আমি শুনি আছিলোঁ যে আমাৰ ভাষা ভাষা নহয়—ই বঙলাৰ অপভ্ৰংশ। আমি এটা স্বকীয়া জাতি নহওঁ—আমি আগৰ বঙ্গদেশৰ পৰা ভাগি অহা নিকৃষ্ট বঙালী। আমাৰ সকলো কথাই বেয়া। এইদৰে শুনি শুনি আমাৰ বিশ্বাসো হৈছিল যে সঁচাকৈয়ে আমি অসমীয়া ভূতেইহে। এনে অৱস্থাত স্কুলৰ শিক্ষা কেনে হ'ব পাৰে এবাৰ ভাবি চাওক। সদায় অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ নিন্দা শুনি শুনি আৰু শেহত তাকে বিশ্বাস কৰি আমাৰ আত্ম গৌৰৱ বুলি এটা ভাব নাইকিয়া হৈছিল। পঢ়াশুনাও তেনেই হৈছিল। ১৮৩৫ চনত অসমত জিলা স্কুলবোৰ (আজিকালি হাইস্কুল বোলে) স্থাপিত হৈছিল। ইয়াৰ পিছত ১৮৯৭ চনলৈকে এই তিনকুৰি বছৰেও আমাৰ দেশত এজন এম-এ পাছ কৰা মানুহ নাছিল। বিশ্ববিদ্যালয়ত উচ্চ স্থান অধিকাৰ কৰাৰ যে আমাৰ শক্তি আছে এনে ভাব আমাৰ মনলৈ নাহিছিল। কিয় এনে অৱস্থা হৈছিল আপোনাসকলক বুজোৱা টান। মোৰ কথা বিশ্বাস কৰক যে আমাৰ স্কুলৰ শিক্ষা অতি বেয়া আছিল। আমি কলিকতালৈ গৈহে বুজিলোঁ যে সকলোতে আমাৰ আচলতে কুশিক্ষাহে আছিল। আমাৰ প্ৰধান অভাৱ আছিল আত্মগৌৰৱ—নিজৰ ওপৰত বিশ্বাস। আমাৰ ভাষাক আমি নিজেই অৱজ্ঞা কৰিছিলো। কলিকতাত আমাৰ বহুত ভাল ভাল লৰা ফেইল হৈছিল আমাৰ দোষত নহয়, আমাৰ বাল্যকালৰ শিক্ষাৰ দোষত। নিতৌ স্কুললৈ গৈ যদি কিতাপ পঢ়াৰ পৰিবৰ্ত্তে অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ বিষয়ে নিন্দা শুনিব লাগে, তেন্তে পঢ়াশুনা কেনে হ'ব তাক আপোনালোকে নিজেই ভাবি চাওক। আমাৰ অমনোযোগী শাসনকৰ্ত্তাসকলৰ দোষত বা ভুলত আমাৰ শিক্ষা এশ বছৰ পাছ পৰিল। ইংলণ্ডৰ এই কলঙ্ক, এনে কুশাসনৰ দৃষ্টান্ত ভাৰতবৰ্ষৰ বুৰঞ্জীত নহলেও অসমৰ বুৰঞ্জীত বৈ গ'ল। এটা জাতিৰ চূড়ান্ত অধঃপতন হবলৈ যেনে হ'ব লাগে, আমাৰো ঠিক তেনেই হৈছিল। আমাৰ বহুতে বিশ্বাস কৰিছিল আৰু কৈ ফুৰিছিল যে অসমীয়া ভাষা বঙলাৰ অপভ্ৰংশ। কবলৈ লাজ লাগে যে ইংৰাজ গৱৰ্ণমেণ্টলৈ কেইবা ঠাইৰ পৰা আমাৰ মানুহৰ চহীবেই আবেদন-পত্ৰ গৈছিল যে স্কুলত অসমীয়া ভাষা চলিব নেলাগে। চলিলে দেশৰ অমঙ্গল হ'ব। এয়ে জাতীয় অধঃপতনৰ শেষ সীমা নহয় নে?

ঠিক এনে সময়তে, সম্ভৱতঃ ১৮৮৬ চনত, এদিন শুভ-ক্ষণত কলিকতাৰ এটি সৰু মেছত এখন চাহ-খোৱা মেলত দুজনমান অসমীয়া ছাত্ৰৰ মনত খেলালে যে যদি আমাৰ জাতীয়ত্ব ৰক্ষা কৰিব লাগে, তেন্তে প্ৰথমতে আমি আমাৰ ভাষাটোক বিদেশী আক্ৰমণৰ পৰা ৰক্ষা কৰিব লাগিব। তেওঁবিলাকে তাৰ পিছ দিনাই অ-ভা-উ-সা নাম দি এখন সভাৰ প্ৰতিষ্ঠা কৰে।”

তাহানিৰ সেই অসমীয়া ভাষা উন্নতি সাধিনী সভাই অসমীয়া ভাষা-সাহিত্যৰ উন্নতি আৰু উন্নয়নৰ কাৰণে যি মহৎ ভূমিকা গ্ৰহণ কৰিছিল, সেই কথা দোহাৰিবৰ সকাম নাই। সেই সভাৰ সদস্য ক'লিকতাত পঢ়িবলৈ যোৱা এমুঠি অসমীয়া ছাত্ৰে কিদৰে অসমীয়া ভাষা-সাহিত্যক সঞ্জীৱনী সুধা পান কৰাইছিল আৰু মনত দুৰ্জ্জয় সঙ্কল্প লৈ ভাষা-জননীৰ একাণপতীয়া সাধক হৈছিল সেইবোৰ কথা সুঁৱৰিলেও পুণ্য হয়। সেই সভাত পঢ়িবলৈ লক্ষ্মীনাথ বেজবৰুৱাই ‘অসমীয়া ভাষা’ শীৰ্ষক এখনি প্ৰবন্ধ যুগুত কৰিছিল আৰু প্ৰথম বক্তৃতা, দ্বিতীয় বক্তৃতা আদি কেবাটাও ভাগত ভগাই লৈ সেইবোৰ অ-ভা-উ-সা ৰ বিভিন্ন অধিবেশনত পাঠ কৰিছিল আৰু পিছত সেই বক্তৃতাখিনি জোনাকী, বাঁহী আদি কাকতত প্ৰকাশ কৰা হৈছিল। এই গ্ৰন্থত তেনে ছটা মাথোন বক্তৃতা অন্তৰ্ভুক্ত কৰা হৈছে। সামৰণি বক্তৃতাটো পঞ্চম বক্তৃতাৰ আগতে প্ৰকাশ কৰা হৈছিল যদিও এই গ্ৰন্থত বক্তৃতাখিনিৰ সামৰণি হিচাপে তাক শেষতহে ঠাই দিয়া হৈছে। বক্তৃতা কেইটাত সঠিক চন-তাৰিখৰ কথা ‘বেজবৰুৱাৰ দিনলেখা আৰু পত্ৰলেখা’ নামৰ পুথিৰ পৰা জানিব পৰা যাব।

বেজবৰুৱাৰ যুগৰ পৰা আমি বহুত ভটীয়াই আহিছোঁ আৰু এইছোৱা কালত অসমীয়া সাহিত্যৰ বিষয়ে বৈজ্ঞানিক পদ্ধতিৰে আলোচনা-গবেষণা আদিও হৈছে — বিশেষজ্ঞসকলে ইতিমধ্যে আলোচনাৰ সুগম পথো নিৰ্ম্মাণ কৰি দিছে। সেয়ে হলেও এই কথা মনত ৰাখিব লাগিব, বেজবৰুৱা আছিল দুৰ্গম পথৰ যাত্ৰী— আগত কোনো আৰ্হি নাছিল, কোনো পথপ্ৰদৰ্শক নাছিল, অৱিষ্কৃত সাহিত্যিক-সমলো যথেষ্ট নাছিল। সেই কাৰণে এই গ্ৰন্থৰ বিভিন্ন প্ৰবন্ধত গ্ৰন্থকাৰ যিবোৰ সিদ্ধান্তত উপনীত হৈছে সেই সকলোবোৰেই যে সম্পূৰ্ণ নিৰ্ভুল আৰু সৰ্ব্ববাদী সম্মত হব লাগিব তেনে আশা কৰাটো উচিত নহয়, সেই সময়ৰ আহুকলীয়া পটভূমিৰ লগত ৰজিতা খুৱাইহে এইবোৰৰ মূল্যাঙ্কণ কৰিব লাগিব। এই গ্ৰন্থৰ সৰহ ভাগ প্ৰবন্ধই অসমীয়া ভাষা আৰু সাহিত্য সম্পৰ্কীয়। ভাষাৰ পটভূমি

দেশ। সেই কাৰণে আগতে দেশখনৰ ইতিবৃত্তমূলক দুটা প্ৰবন্ধ দিয়া হৈছে। এই প্ৰসঙ্গতে আৰু এটা কথা সকীয়াই থওঁ। বেজবৰুৱা আৰু সেই কালৰ মানুহে 'আসাম' বুলিহে কৈছিল আৰু আজিৰ দৰে 'অসম' শব্দটোৰ সৰ্ব্বৰহী প্ৰচলন হোৱা নাছিল। কিন্তু অসম সাহিত্য-সভাই 'অসম' শব্দটোহে গ্ৰহণ কৰাৰ বাবে আমি বেজবৰুৱাৰ 'আসাম'কো 'অসম' কৰিছোঁ—সাহিত্যৰথীজনালৈ যথাবিহিত শ্ৰদ্ধাৰে।

অসমীয়া ভাষা সাহিত্যক বঙ্গীয় বকাসুৰৰ পেটত সুমাই লবলৈ আৰু গোটেই অসম দেশখনকে গিলি পেলাবলৈ বঙালী পণ্ডিতসকলে ক্ৰমাগতভাৱে ওপৰাউপৰিকৈ যিবোৰ আক্ৰমণ চলাইছিল সাহিত্যৰথী লক্ষ্মীনাথে সেই সকলোবোৰ আক্ৰমণ সিংহবিক্ৰমেৰে ওফৰাই পেলাইছিল অসমীয়াৰ ন্যায্য দাবী দৃঢ়তাৰে সাব্যস্ত কৰি তেওঁ জয়লাভ কৰিছিল। সমসাময়িক আন সকলোবিলাক সাহিত্যিক নেতাই ৰণসেনাপতি লক্ষ্মীনাথৰ বলিষ্ঠ নেতৃত্ব মান লৈছিল। ভাষা সাহিত্যৰ ৰণত দিগ্বিজয়ী হোৱাৰ বাবেই বেজবৰুৱাক আজি আমি সাহিত্যৰথী আখ্যাৰে বিভূষিত কৰিছোঁ।

ডঃ বাণীকান্ত কাকতিদেৱে এই সম্পৰ্কত কৈ গৈছে: "বৰ্ত্তমান কুৰি শতিকাৰ আৰম্ভণি ডোখৰত অসমত থকা প্ৰবাসী কেতবোৰে বিদেশী মানুহ কিছুমান হাতত লৈ অসমীয়া ভাষা আৰু সমাজক বঙলা ভাষা আৰু সমাজৰ প্ৰাদেশিক বিকৃত ৰূপ বুলি ঘোষণা কৰি অসম-বিজয় পতাকা উৰাবলৈ চেষ্টা কৰে। এই জয় ডঙ্কাৰৰ প্ৰথম কুকলি উঠে ১৯০৯ চনত গৌৰীপুৰত বহা বঙ্গীয় সাহিত্য পৰিষদত। সভাপতি আছিল কটন কলেজৰ ভূতপূৰ্ব্ব অধ্যাপক (এতিয়া মহামহোপাধ্যায়) শ্ৰীযুক্ত পদ্মনাথ বিদ্যাবিনোদ। 'বাঁহী' নতুনকৈ ওলাইছে। আমি তেতিয়া ইংৰাজী স্কুলৰ তলৰ শ্ৰেণীত পঢ়োঁ। তৰ্ক-যুক্তি বেছিকৈ বুজিব নোৱাৰোঁ; কিন্তু 'অসমীয়া গৌৰীপুৰত বঙলা সাহিত্য সভা' বুলি ধাৰাবাহিক বেজবৰুৱাৰ পৰা যি তিতা মিঠা ৰস নিগৰোৱা প্ৰবন্ধ কেতবোৰ ওলাইছিল তাৰ ভিতৰত বেজবৰুৱাৰ অফুৰন্ত হাস্যৰসৰ কথাবোৰে আমাক বৰকৈ আমোদ দিছিল আৰু হাস্যৰসৰ খুন্দাকেই আমি তৰ্কতকৈও বেচ প্ৰবল যেন পাইছিলোঁ। তাৰ ভিতৰত সভাপতিক লক্ষ্য কৰি কোৱা 'বিদ্যাবিনোদ ভায়া' আদি কেতবোৰ কথা কলেজত পঢ়োঁতেও অধ্যাপক বিদ্যাবিনোদক দেখিলে মনত পৰিছিল।

সেই যে বিদেশী প্ৰভাৱৰ বিৰুদ্ধে বিদ্ৰোহী আত্মমৰ্য্যাদা জাগি উঠিল, তাৰ কোবত প্ৰবাসীয়ে আৰু বেছি দিনলৈ মূৰ দাঙিব নোৱাৰিলে। তাৰ পিছত কামাখ্যা পৰ্ব্বতত আৰু এবাৰ বঙ্গীয় সাহিত্য পৰিষদ বহিছিল। তাৰ পিছতে আৰু অসমৰ পৰা ইয়াৰ তিৰোধান। অলপ দিন আগতে ধুবুৰীত যি অসমীয়া সাহিত্য সভা বহিছিল তাত বেজবৰুৱা স্বয়ং উপস্থিত আছিল আৰু তেওঁ যিখন ৰচনা পঢ়িছিল, তাত আগৰ আত্মমৰ্য্যাদাৰ তপত অসহিষ্ণু ভাব ফিৰিঙতিৰ দৰে ছিটিকি পৰিছিল। গোৱালপাৰাৰ পৰা 'আৱাহন' পত্ৰিকা ওলোৱাৰ লগে লগে প্ৰবাসীৰ ভাষাৰ ফালৰ পৰা অসম বিজয় চেষ্টাৰ ওৰ পৰিল বুলিব লাগে আৰু বেজবৰুৱাৰ ইমান কালব্যাপী চেষ্টা ফলৱতী হল।"

বঙালীৰ কুচক্ৰান্তৰ আৰু এটা দৃষ্টান্ত ৺ফুকনদেৱৰ ৰচনাৰ পৰাই তুলি দিছোঁ: "১৯০৫ চনত যেতিয়া 'পূৰ্ব্ববঙ্গ আৰু আসাম' প্ৰদেশৰ সৃষ্টি হ'ল, তেতিয়া গোৱালপাৰাৰ কিছুমান পঢ়াশালিত বঙলা ভাষা চলি আছিল। সেই ঠাইৰ ৰাইজে আপত্তি কৰাত সেই সময়ৰ গৱৰ্ণৰ Sir Lancelot Hereএ স্থিৰ কৰিলে যে ১৯১০ চনৰ চেন্সাছত যদি অসমীয়াৰ সংখ্যা বেছি হয় তেন্তে তাত অসমীয়া চলিব লাগিব। আপোনাসকলে বিশ্বাস কৰিব নে যে চেন্সছৰ Enumeration Book কাটি, জাল কৰি, Slip copying officeঅত অসংখ্য অসমীয়াক বঙালী বুলি দেখুৱালে। গৱৰ্ণমেণ্টৰ আগৰ নিৰ্দ্দেশমতে এতিয়া গোৱালপৰীয়া বঙালী হবলগীয়া হ'ল। ভাগ্যে গুৱাহাটীৰ 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ সভ্যসকলে, বিশেষতঃ মোৰ বন্ধু পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে এই ভীষণ ষড়্‌যন্ত্ৰটি ধৰা পেলালে আৰু তেওঁবিলাকৰ যত্নতেই গোৱালপাৰাৰ সেই অঞ্চলৰ আকৌ নতুন চেন্সছ কৰি তাত অসমীয়া ভাষা চলাবলৈ হুকুম হ'ল। এইবোৰ কথা সেই বছৰৰ চেন্সছ ৰিপৰ্টত লিখা আছে।"

এইখিনিতে হয়তো এনে এটা প্ৰশ্ন উঠিব পাৰে যে পুৰণি আলোচনী কাকতৰ পিঠিৰ পৰা এই বাদানুবাদবোৰ বাচি-বিচাৰি কিতাপত ঠাই দিয়াৰ আৱশ্যক কি? "অতীত মৰিল গ'ল, তাৰ কথা অন্ত হ'ল মনৰ পৰাই তাক কৰা বিসৰ্জ্জন।" মৰা অতীতক টানিআজুৰি আনি বৰ্ত্তমানৰ জগত সংস্থাপিত কৰিব নেপালেই আমিও ভালকে পালেঁহেঁতেন। পিছে আমাৰেই দুৰ্ভাগ্য যে আজিও বঙালীৰ সেই পুৰণি ব্যাধি "বৃহত্তৰ বাংলা"ৰ সপোন

বাস্তৱত ৰূপায়িত কৰিবলৈ নানা প্ৰকাৰ ছল-চক্ৰান্ত চলিয়েই আছে আৰু আগলৈকো তাৰ জইন মৰাৰ লক্ষণ দেখা নাই। বেজবৰুৱাৰ ভাষাতেই ইয়াৰ নাম 'ধনঞ্জয় বায়ু'। "আমাৰ শাস্ত্ৰত কৈছে—মৰিলেও নেৰয় জানা ধনঞ্জয় বায়ু। উনপঞ্চাশটা বায়ুৰ ভিতৰত এই বায়ু জবৰ কৰ্পটি, জোকৰ চেলাপেটী। কাছ কাটি-বাছি ধুই চকত বহাবলৈ নিওতেও ধনঞ্জয় বায়ুৰ কোবত তাৰ আগমঙহ টিপটিপাই থাকে। আনি ইতি কৰিলে, কি হ'ব, বায়ুৰ এক কম আঢৈকুৰি ভায়েকৰ ভিতৰত ধনঞ্জয় নামৰটো চলিয়েই আছে।" সেই কাৰণেই যিমান দিন অসমীয়া ভাষা সাহিত্যৰ ওপৰত অনধিকাৰ চৰ্চ্চা স্বৰূপে বঙালীৰ ধনঞ্জয় বায়ু চলি থাকিব, সিমান দিনলৈ ভাষাৰ বেজ বেজবৰুৱাৰ বেজালিকো বিদায় দিব নোৱাৰি। এই প্ৰবন্ধখাজি আমাৰ ভাষা-সাহিত্যৰ বুৰঞ্জীত সাঁচি থবলগীয়া দলিল স্বৰূপ বিবেচনা কৰিহে এই গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হৈছে।

সাহিত্যৰথী বেজবৰুৱাৰ শতবাৰ্ষিকী উপলক্ষে বহু দিন আগতে যুগুতাই ৰখা এই 'অসমীয়া ভাষা আৰু সাহিত্য' গ্ৰন্থখনিৰ প্ৰকাশ আৰু প্ৰচাৰৰ দায়িত্ব গুৱাহাটী নিউ-বুক ষ্টলৰ যোগেদি অসম সাহিত্য-সভাই গা পাতি লোৱাত আমি নথৈ সুখী হৈছোঁ। পুথিখনি যুগুতাওঁতে আৰু পোহৰলৈ উলিয়াওঁতে সহায়-হাত আগবঢ়োৱাৰ বাবে ডঃ শ্ৰীমহেশ্বৰ নেওগ, অধ্যাপক শ্ৰীহৰিপ্ৰসাদ নেওগ, অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামী শ্ৰীশশীকান্ত শৰ্ম্মা ( সাহিত্য প্ৰকাশ ) শ্ৰীমতী দীপালী ডেকা, শ্ৰীহৰিনাথ শৰ্ম্মা, অধ্যাপক শ্ৰীহেমন্তকুমাৰ শৰ্ম্ম', শ্ৰীৰত্ন দত্ত অধ্যাপক শ্ৰীনন্দ তালুকদাৰ, অধ্যাপক শ্ৰীযোগেশ দাস, আৰু শ্ৰীনিত্যানন্দ বৰদলৈক ধন্যবাদ জনালো।

আশা কৰোঁ এই 'অসমীয়া ভাষা আৰু সাহিত্য'ই বেজবৰুৱা-প্ৰতিভাৰ এটা নতুন দিশৰ সম্যক সন্ধান দিব পাৰিব। চামে চামে উঠি অহা অসমীয়া সাহিত্যিকসকলে এইবোৰ ৰচনা পঢ়িলে, জানিলে আৰু ইয়াৰ মৰ্ম্ম অনুভৱ কৰিলে আমাৰ এই গ্ৰন্থ যুগুত কৰাৰ পৰিশ্ৰম সাৰ্থক হব।

তপোবন, গুৱাহাটী-১
১৫ আগষ্ট, ১৯৬৮-চন

বিনীত
শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

অসম সাহিত্য সভাৰ

# অভিনন্দন-পত্ৰ

চেনেহী অসম জননীৰ সুসন্তান সুৰদি মাতৃভাষাৰ কৃতী সেৱক,
সাহিত্যৰথী শ্ৰীল শ্ৰীযুক্ত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ
কৰকমলেষু—

**হে মাননীয় ডাঙৰীয়া !**

এই 'চিকুণী আইৰ' অতীজৰ গৌৰৱেৰে ভৰপূৰ আহোম ৰজাসকলৰ ৰাজধানী আৰু আপোনাৰ অতি মৰমৰ ওপজা ঠাই শিৱসাগৰত লালিত-পালিত হোৱা সেই ছাত্ৰ জীৱনৰে পৰা, সুদূৰ সম্বলপুৰত ব্যৱসায় সূত্ৰত আৱদ্ধ থকা এই ভাটী বয়সলৈকে, পঢ়োঁতে পমি যোৱা, শুনোতে শাঁত লগা, মৌবৰষা মাতেৰে অসমীয়া সাহিত্যৰ আহাশুধীয়া চৰ্চ্চা আৰু বিতোপন বিকাশ কৰি আপুনি মাতৃ-ভাষাৰ জেউতি চৰাই আছে।

তাহানিৰ বিদেশীসকলে আমাৰ ভাষাৰ ওপৰত নিগ্ৰহ-আন্ধাৰৰ ছাঁ পেলোৱা কালত আপুনি আপোনাৰ সহযোগী সুযোগ্য বন্ধুসকলেৰে সৈতে 'জোনাকী'ৰ পোহৰেৰে আমাৰ ভাষাৰ মুখ উজ্জ্বল কৰি গৈছে।

আপোনাৰ বহুমুখীয়া জীৱনৰ কৰ্ম্মশীল ডেকা কাল আৰু চিন্তাশীল ভৰ বয়স বিদেশত অনেক জঞ্জালৰ মাজত কটাবলগীয়া হৈয়ো আপুনি এই দুখুনী অসম দেশলৈ আৰু নিঃকিন অসমীয়া প্ৰজাসকললৈ নিজৰ মৰম অটুট ৰাখি নানা তৰহৰ গীত, কবিতা, নাটক, উপন্যাস আদি সাহিত্যৰ বাছকবনীয়া আভৰণেৰে মাতৃভাষাক সজাই আছে।

অসমীয়া সমাজৰ মাজত স্বদেশপ্ৰীতিৰ প্ৰচাৰ কৰিবলৈ, মাতৃভাষাৰ প্ৰতি জনসাধাৰণৰ অনুৰাগ বঢ়াবলৈ আৰু অসম জাতীয় জাগৰণৰ উদগনি দিবলৈ আপুনি কলিকতাত তাহানিখনেই প্ৰতিষ্ঠা কৰা 'বাঁহী'ৰ সুললিত সুৰেৰে লুইতৰ ইপাৰ-সিপাৰ ঢৌৱাই এতিয়াও অসমীয়া ৰাইজৰ মন মুহি আছে।

অসমীয়া ভাষাৰ মধ্য যুগৰ ধৰণী, অসমীয়া পুৰণি সাহিত্যৰ গুৰিয়াল আৰু প্ৰকৃতিৰ কাম্যভূমি কামৰূপত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰৱৰ্ত্তক মহাপুৰুষসকলৰ জীৱনীৰ সম্যক্ সমালোচনা কৰি, আপুনি তেখেতসকলৰ বহু বিধ কীৰ্ত্তি যুগমীয়া কৰিবলৈ সমুচিত যত্ন কৰি স্বদেশৰ গৌৰৱ অক্ষুন্ন ৰাখিবলৈ সমৰ্থ হৈছে।

**হে মহানুভৱ!**

আপোনাৰ অশেষ সুকৃতিৰ আদৰ কৰিবৰ উদ্দেশ্যেৰে অসমীয়া গুণগ্ৰাহী ৰাইজসকলৰ হৈ, সাহিত্যানুৰাগী সুধীসকলৰ হৈ অসম সাহিত্য সভাই আপোনাক অতি আনন্দেৰে আন্তৰিক সম্বৰ্দ্ধনা কৰিছে আৰু অভিনন্দনৰ এই আভাস মাথোন জনাইছে। আগলৈকো আপুনি নিজৰ ভাষাৰ আৰু দেশৰ নাম যাউতিযুগীয়া কৰিবলৈ সমৰ্থ হব, ইয়াকে সাহিত্য সভাই আশা কৰিছে আৰু সেই উদ্দেশ্যেৰে আপোনাৰ দীৰ্ঘ আৰু সুস্থ জীৱন কামনা কৰি জগদীশ্বৰৰ চৰণত প্ৰাৰ্থনা জনাইছে। সাহিত্য সভাৰ অশেষ ত্ৰুটিলৈ লক্ষ্য নকৰি সমজুৱাসকলৰ আন্তৰিক স্নেহ আৰু শ্ৰদ্ধাৰ আদৰ দেখুৱাই এই অকিঞ্চন অভিনন্দন গ্ৰহণ কৰি আপুনি অসম সাহিত্য সভাক যেন কৃতাৰ্থ কৰে। ইতি—

আপোনাৰ গুণমুগ্ধ

অসম সাহিত্য সভাৰ সভ্যসকলৰ হৈ

শ্ৰীদেৱেশ্বৰ চলিহা

প্ৰধান সম্পাদক

অসম সাহিত্য সভা, যোৰহাট

শিৱসাগৰ সাহিত্য সম্মিলন,
১৩ পুহ, ১৮৫৩ শক
ইং ২৯ ডিচেম্বৰ, ১৯৩১

# সম্বিধান

অসম সাহিত্য-সম্মিলনৰ সভাপতি, সভাৰ প্ৰধান সম্পাদক আৰু সভ্যসকল!

আপোনাসকলৰ অভিনন্দৰ উত্তৰত মই শলাগ লোৱাৰ বাহিৰে আৰু মোৰ কবলৈ একো নাই, অৱশ্যে মোৰ কবৰ মন গৈছিল যে মই অভিনন্দন পাবৰ যোগ্য নহওঁ। অসমীয়া সাহিত্য ক্ষেত্ৰত আজি মোতকৈ অনেক যোগ্য মানুহ আছে, তেওঁলোকৰ ভিতৰত কোনো এজনেহে এই অভিনন্দন পোৱা উচিত আছিল আৰু আপোনাসকলে সমূলি ভুল নকৰিলেও অলপ ভুল কৰি তৃতীয়-শ্ৰেণীৰ মানুহ এজনৰ মূৰত এই অভিনন্দনৰ মালতী ফুলপাহ আপোনাসকলৰ মুখৰ জুৰ মলয়াৰে উৰুৱাই পেলাই দিছে। কিন্তু এতিয়া এইদৰে নকওঁ, কোৱাটো অশোভন হব, কাৰণ মোক অকলশৰীয়া বিবেচনাতকৈ সাহিত্য সভাৰ সভ্যসকলৰ সমূহ বিবেচনাৰ সমষ্টি নিশ্চয় বলী আৰু কিজানি নিৰ্ভুলেই। সাহিত্য-সভাৰ পৰা বিচাৰ-বিবেচনাৰ ওপৰত এখুদ মনৰ মই মুখ বজাবলৈ বা কোন? তাৰ উপৰি ৰাইজৰ আদেশ আৰু শকতিৰ প্ৰতিপত্তি ইমান বেছি যে ৰাইজে মোৰ নিচিনা ক্ষুদ্ৰ প্ৰাণী এটাক মৰ বুলিলেও সেই কাৰ্য্যটি মোৰ অভিপ্ৰেত আৰু সুবিধাজনক নহলেও ৰাইজৰ আদেশ মানি অন্ততঃ চকু মুদি মৰাৰ ভাওকে দি মই ৰাইজৰ সম্মান ৰক্ষা কৰিবই লাগিব। ইত্যাদি কাৰণত আজি সাহিত্য-সভাত অভিনন্দন পত্ৰখনি মই অতি সাদৰ আৰু সন্মানেৰে মূৰ পাতি ললোঁ। কৰ্ম্মফলৰ প্ৰত্যাবায় অৱশ্যে মোৰ গাত নাথাকিল।

এইটো সৈ কাঢ়িবই লাগিব যে মাতৃভাষাৰ সেৱা কৰোঁ বুলি সৰুৰে পৰা মই কাপ মৈলাম কলাপাত, তাৰ পিছত তুলাপাত হাতত লৈ খপজপাই ফুৰিছোঁ। কিন্তু কি লিখিছো, কি পঢ়িছোঁ, আজিলৈকে মই নিজে ভালকৈ তাৰ তত্তকে ধৰিব থকা নাই। কোনোৱে কৈছে সেইবোৰ সাহিত্য হৈছে, কোনোৱে কৈছে সেইবোৰ হেনো জাবৰৰ দমহে হৈছে।

জাববৰ দম হলেও মোৰ দুখ নাই কাৰণ সিয়ে গুৰু-ভকতত নালাগি নাযায়। অন্ততঃ এই পুহমহীয়া জাৰত সেই দম জাববত জুই লগাই দি জুই পুৱালে সাহিত্য-সভাৰ সভ্য ভকতসকলৰ জাৰ গুচিব। আৰু তেওঁলোকে নকপাকৈ গলা মেলি বক্তৃতা কৰিব পাৰিব। যি হওক মোৰ নিজৰ বিবেচনাও যে নাই এনে নহয়। মোৰ বিবেচনাত ওপৰত উল্লেখ কৰা সিদ্ধান্ত দুটাৰ মাজেৰে কিবা এটাত মই আজিলৈকে আঙুলি বটিয়াই আছোঁ। আঙুলি বটিয়াই থকা সেই বস্তুটো কি হৈছেগৈ অৱশ্যে মই কব নোৱাৰোঁ। কবৰ ভাৰ দৰ্শকৰ ওপৰত পৰি ৰল। সাহিত্য-সভাতো নিজৰ মতামত দি আজি 'খালাচ' হলেই। আৰু এটা কথা মই ভাবিছোঁ। অ, আ, স্বৰে ই, ক, খ, ঙ, খোৰা-দ, পেট-কটা য, দৈত 'স' সেই মই গদ্য-পদ্য নাট উপন্যাস পাইছিলোগৈ হবলা। কিন্তু পৃথিৱীখন ঘূৰণীয়া বুলিয়েই নেকি আকৌ দেখোন ঘূৰিপকি সকুতে ভীমকলৰ পাতত লেখিবলৈ আৰম্ভ কৰা সেই 'সিদ্ধিবস্তু'ত আজি ওলালেহি। মোৰ তুলাপাতৰ খমখমনি, কাপৰ আচোঁৰণি আৰু মৈলামৰ হোলোকনিয়ে পৃথিৱী পৰিক্ৰম কৰোঁতা য়ুৰোপীয় নাৱৰীয়া ড্ৰেক মেগোলিন, কুকৰ দৰে সাহিত্যৰ ঘূৰণীয়া পৃথিৱীখন ঘূৰি যৰে পৰা প্ৰথমতে গৈছিল গুৰিৰ সেইখিনিতে আজি ওলালহি দেখিছো। সেই গুৰিটো হৈছে মোৰ বিদ্যাৰম্ভৰ 'সিদ্ধিৰস্তু'। সেই 'সিদ্ধিৰস্তুৰেই' আজি আপোনাসকলে চেনেহ-প্ৰীতিৰ মোৰে সানি দিয়া এই অভিনন্দন বস্তু। বৈজ্ঞানিকসকলে যিহকে কওক, আজিৰ ঘটনাই এইটো কিন্তু প্ৰমাণ কৰিলে যেন লাগিছে যে এই পৃথিৱীত সৰল ৰেখা আৰু সমান্তৰাল ৰেখা বুলি পদাৰ্থ এটা নাই। সেইবোৰ টানি লৈ গৈ থাকোঁতে, গৈ থাকোঁতে শেহত আঁকোৰ খাই ঘূৰণীয়া হৈ ওভতে। পৃথিৱীখন ঘূৰণীয়া। চন্দ্ৰ, সূৰ্য্য, গ্ৰহ-নক্ষত্ৰবোৰ ঘূৰণীয়া আৰু সকলোবোৰেই ঘূৰণীয়া বিশ্ব-ব্ৰহ্মাণ্ড নামৰ কণী এটাৰ পেটত দেখিয়েই হবলা এনে। এই দেখিয়েই হবলা আমি ওপজাৰ পৰা পাওঁ আমাৰ পাৰ্থিব মা-বাপ, তাৰ পিছত কাপ। আৰু মৰিবৰ সময়লৈকে সেই কাপতেই আমাৰ ৰাপ আৰু অন্তত

পাওঁ বিশ্বব্ৰহ্মাণ্ডৰ জননী-জনক স্বৰ্গীয় মা, বাপ। আমি এই ঘূৰ্ণীয়া মেৰটোৰ ভিতৰত সদায় সোমাই ঘূৰি আছোঁহক। মোৰ দাৰ্শনিক এই তত্ত্বটোত ভুল আছে যদি আপোনাসকলে ভুল ধৰিব পাৰে। তাৰ বিপক্ষে বা সপক্ষে মই তৰ্ক নকৰোঁ। জানি থব।

মোৰ দীঘলীয়া জীৱনটোত বিস্তৰ বিচিত্ৰ বছৰ দেখিলোঁ। বাকীৰ লেখ তাকৰ। অঙ্ক-বিদ্যাত মই সদায় পাছপৰা। অঙ্কৰ লেখ সৰহ হলে সেইবোৰ গোটাই মুঠ যোগ-ফলটো উলিয়াব গলেই মই থাউনি নোপোৱা হওঁ। সেই দেখি মোৰ বয়সৰ হিছাপ-কিতাপ কৰিবলৈ মই যদি বঙ্গদেশত থাকিলোঁহেতেন বঙালী একাউণ্টেণ্ট জেনেৰেল শুভঙ্কৰক মাতি পঠিয়ালোঁহতেন। কিন্তু আজি মই মোৰ মাতৃভূমি অসমত। সেইদেখি আমাৰ বকুল কায়স্থলৈকে মোৰ মনত পৰিছে। দেহি ঐ! তেওঁ কলৈ গল? মোক মোৰ বয়সৰ লেখত সহায়ৰ পৰা বঞ্চিত কৰি কায়স্থ-কুলপ্ৰদীপ বেচেৰা বকুল কোন কলিৰ যুগতে মৃত্যুৰ অকূল সমুদ্ৰত বুৰি গল, কোনে মোক কব? কোনোবাই কব পাৰে নে? সেই নিমিত্তেহে কওঁ—যদি মোৰ বয়সৰ ঠিক অঙ্কটো উলিয়াবৰ আৱশ্যক কোনোবাই বিবেচনা কৰে তেন্তে মোৰ বন্ধুসকলৰ ভিতৰত যদি কোনোবা অঙ্কবিশাৰদ আছে তেন্তে তেখেতেই পেঞ্চিল তুলাপাত হাতত লৈ নবহিলে আৰু উপায় নাই। এই বকলা কথাৰে মুঠতে মই ইয়াকে কবলৈ গৈছোঁ যে মোৰ এনে দীঘলীয়া বয়সৰ শেহছোৱাত আপোনাসকলৰ আদৰ সমিধানৰ যি পত্ৰখনি মই পালোঁ আন নহলেও সেইখনিৰ নিমিত্তেই মই ইমানদিন এই পৃথিৱীত দুখ কৰি, অন্ন ধ্বংস কৰি জীয়াই থকাৰ পৰিশ্ৰমটো সাৰ্থক হ'ল বুলি ভাবিছোঁ।

এই সংসাৰত এনেকুৱা অনেক মানুহ আছে যে তেওঁলোকে যিবোৰ কথা লৈ দিনৌ হাট-বাট কৰে, অলপ চেলু পালেই সেইবোৰ কথাৰে ফেদেলী-পুৰাণ লোকৰ আগত নেমেলি থাকিব নোৱাৰে। আশা কৰোঁ মোক সেই জাতৰ মানুহৰ শাৰীত আপোনাসকলে পোৱা নাই। সাহিত্য সভাই মোক অভিনন্দন দিছে বুলি তাৰেই আলম

লৈ যে আজি মই পৰা নোৱাৰাকৈ সাহিত্যৰ বিষয়ে পাচিদেক বক্তৃতাৰ পোহাৰ আপোনাসকলৰ আগত মেলি দিম এনে দুৰভিসন্ধি মোৰ হৃদয়ত ভগৰন্তবস্তুৱে দিয়া নাই। বিশেষতঃ পানীৰে চপচপীয়া শিৱসাগৰৰ এই বৰপুখুৰীটোৰ পানী বঢ়াবৰ মনেৰে আমাৰ পানী খোৱা কণ পুখুৰীটোৰ পৰা কলহচেৰেক পানী আনি পোহ দিবলৈ যোৱাটো যেনে সাহিত্য সভাত সাহিত্যৰ বিষয়ে গোটাচেৰেক বাঙ্কৰা কথাৰে তেনেকুৱা কুকাণ্ড কৰিবলৈ যোৱাটোও তেনে যেন মোৰ মনে ধৰে। কথাটো হয় নহয়, আপোনালোকে ভাবি চাওক। এই বাবেই মই সেই হাত নেমেলি দৰ্শকৰ দৰে বাহিৰৰ পৰাই সভাৰ বিষয়ে একেষাৰ কওঁ বুলিছো। সভাৰ ভিতৰুৱা কথা কালি বহা সভাত সুযোগ্য সম্পাদকৰ পৰা বিস্তাৰিতভাৱে সকলোৱে শুনিবলৈ পাইছে।

হাকুটি লগায়ো ঢুকি নোপোৱা দূৰ বিদেশত থকা বাবেই নেকি মোৰ চকুত পৰিছে—সভাত মনৰ গতি যদিও মন্থৰ কিন্তু সুদৃঢ়। সেই-দেখি এনে এদিন আহিব বুলি মোৰ দৃঢ় বিশ্বাস হৈছে যেতিয়া এই সভাই সাহিত্যিকক দিয়া উপাধিবোৰ বিশ্ববিত্থালয়ৰ উপাধিৰ নিচিনা গণ্য হব। তেনেকুৱা দিন আহিলে কোনো এখন টোলৰ বা টোলৰ বাহিৰৰ কোনো এজন ভট্টাচাৰ্য্যক মহৰ এঠা দৈ, মালভোগ কল আৰু গুড়েৰে দিয়া এবাটি কোমল চাউলৰ জলপানৰ সলনি, কোনো উচ্চাকাঙ্ক্ষী সাহিত্যক বা অসাহিত্যিকে সেই ভুৰি ভোজনকাৰী ভট্টাচাৰ্য্যৰ পৰা কবিগুণাকৰ বা ভাস্কৰ উপাধিৰ নিচিনা বিভূষিত হৈ সাহিত্যক্ষেত্ৰৰ ভিতৰত বা বাহিৰত জিলিকিবলৈ যাবৰ আৰু আৱশ্যকতা নেথাকিব; কাৰণ সেই বুভুক্ষুৰ সেই ক্ষুধা এই সভায়েই নিশ্চয় তেতিয়া পূৰণ কৰিব পাৰিব। আৰু আশা কৰিছো যে য়ুৰোপ আমেৰিকাৰ প্ৰাচীন আৰু প্ৰভিশক্তিশালী একাডেমী আৰু ছোচাইটীবোৰৰ প্ৰদত্ত উপাধি জগতে মানি লোৱাৰ দৰে আমাৰ অসম সাহিত্য সভাৰ প্ৰদত্ত উপাধিকো, এনে এদিন আহিব সকলোৱে মানি লোৱা হব। অৱশ্যে এইটো এই বুঢ়াৰ সমাজিক নিশ্চয়। এই সমাজিক ফলিয়াবও

পাৰে, নফলিয়াবও পাৰে। অসম সাহিত্য সভাই নিজৰ নিৰ্দ্দিষ্ট বাটেদি গৈ থাকি এহাশুধীয়া ভাবে কাম কৰি থাকিলে, নফলিয়াবৰ কোনো আশঙ্কা নাই। মোৰ এই কথা শুনি যদি কাৰবাৰ মনত এনে ভাব খেলাইছে যে অভিনন্দন পায়ো বক্তাৰ হেঁপাহ পলোৱা নাই, তাৰ উপৰি তেওঁক সাহিত্য সভাৰ পৰা কিবা এটা উপাধি লগা হৈছে তেন্তে তেনেকুৱা ভাবুকৰ আগত মোৰ হিয়াখন উবুৰিয়াই দেখুৱাওঁ যে তাত তেনে হেঁপাহ নাই। এই বক্তাক সেইবোৰ একো নালাগে। তেনেকুৱা উচ্চাশা এই বক্তাৰ কোনো কালে নাছিল, এতিয়াও নাই আৰু আগলৈ হববো তেওঁৰ বয়স নাই দেখিছোঁ। বহুলাই নকওঁ অনেক বছৰ হাড়-মূৰ ভাঙি পৰিশ্ৰম কৰি ইংৰাজী বিদ্যালয়ত পঢ়ি শেহত পোৱা এই মেমেৰা বি-এ উপাধিৰ ভাৰখনো যদি কোনোবাই কিবা স্বৰূপে তেওঁৰ কান্ধৰ পৰা নমাই দিব পাৰে তেন্তে তেওঁ বৰ্ত্তিবহে। সেই উপাধিৰ প্ৰতি ঘৃণাৰ নিমিত্তে এইবাৰ কথা কৈছো এনে নহয় যে এই বক্তাক যদি সাহিত্য ক্ষেত্ৰত কোনোবাই পাইছে, সেইটো বক্তাৰ দৈব-দুৰ্ব্বিপাকতহে নাইবা বক্তাৰ গাত দীঘকাল স্থায়ী দুৰাৰোগ্য বায়ু-ব্যাধিৰ উপদ্ৰৱতহে। অলমতি বিস্তৰেণ।

সাহিত্য সভাৰ সুধীসকল আৰু সভাৰ কাৰ্য্যত সহানুভূতি থকা উপস্থিত বন্ধুসকল! শেষত আকৌ মোৰ অন্তৰৰ কৃতজ্ঞতা আপোনা-সকলক এই পুহমহীয়া ঠেঁটুৰৈ ধৰা জাৰত কঁপি কঁপি জনালো। চাওক আপোনাসকলে দিয়া অভিনন্দনৰ ফুল-চন্দন মই কেনেকৈ মূৰ পাতি ললোঁ।*

শিৱসাগৰ
২৯।১২।৩১

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা

* বাঁহী: ২০শ বছৰ, ৯ম সংখ্যা (পুহ, ১৮৩৫ শক)

# সূচীপত্র

# অসম

আজিৰ বক্তৃতাৰ নিমিত্তে আমি অসমৰ বুৰঞ্জীক সাত ভাগ কৰি ভগাই লৈ তাৰ বিষয়ে চমুকৈ অলপ কম।

(১) অতীজৰ পৰা কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়লৈকে।

(২) কুৰুক্ষেত্ৰৰ যুঁজৰ সময়ৰ পৰা খৃষ্টীয় চতুৰ্থ শতিকাৰ শেহলৈকে।

(৩) চতুৰ্থ শতিকাৰ শেহৰ পৰা সপ্তম শতিকাৰ মাজলৈকে।

(৪) সপ্তম শতিকাৰ মাজৰ পৰা দ্বাদশ শতিকাৰ মাজলৈকে।

(৫) দ্বাদশ শতিকাৰ মাজৰ পৰা পঞ্চদশ শতিকাৰ মাজলৈকে।

(৬) পঞ্চদশ শতিকাৰ মাজৰ পৰা ষোড়শ শতিকাৰ মাজলৈকে।

(৭) ষোড়শ শতিকাৰ মাজৰ পৰা বিংশ শতিকালৈকে।

### প্ৰথম যুগ

অতীজৰ কথা অনুমানৰ ওপৰত ভিৰ দি নকলে আন উপায় নাই। অৱশ্যে সেই অনুমান যিমান দূৰ পৰা যায়, যুক্তিসঙ্গত কৰিবলৈ পাহৰিব নালাগে, নতুবা তাৰ মূল্য নাথাকে। প্ৰত্নতত্ত্বজ্ঞ পণ্ডিত আৰু বুৰঞ্জীবিজ্ঞসকলে সিদ্ধান্ত কৰিছে যে অতীজৰ অৰ্থাৎ ভাৰতলৈ আৰ্য্যবংশীয় মানুহবিলাক অহাৰ আগেয়ে ভাৰতত দ্ৰাবিড়ী বংশৰ মানুহৰ বসতি আছিল। দ্ৰাবিড়ীবিলাকো ভাৰতৰ আদিবাসী মানুহ নহয়। দ্ৰাবিড়ীবিলাকৰ দীঘল মূৰ, ডাঙৰ ক'লা চকু, শকত দাড়ি-গোফ, ক'লা বা ক'লাৰ ওচৰাউচৰি বৰণ, চুঁচি-মৰা ভৰি, বহল নাক অথচ মঙ্গলীয়বোৰৰ নাকৰ নিচিনা সি চেপেটা নহয় ইত্যাদি গঢ়ৰ পৰীক্ষা কৰি পণ্ডিতসকলে থিৰ কৰিছে যে তেওঁলোক আফ্ৰিকাৰ পৰা অহা মানুহ; কাৰণ আফ্ৰিকা মহাদেশৰ অধিবাসী নিগ্ৰোবিলাকৰ সৈতে সেইবোৰ বিষয়ত তেওঁলোকৰ

অনেক মিল আছে। যদি দ্ৰাবিড়ীবিলাক আফ্ৰিকাৰ পৰাহে অহা মানুহ হয়, তেন্তে এতিয়া চাব লাগে, তেওঁলোক কোনটো বাটেদি আহি ভাৰতবৰ্ষত সোমালহি? ভাৰতলৈ আহিবলৈ বাট দুটা;—এটা উত্তৰ-পশ্চিমেদি, আনটো উত্তৰ-পূবেদি। দ্ৰাবিড়ীবিলাকৰ পক্ষে ভাৰতলৈ উত্তৰ-পূবেদি অহা একেবাৰেই অসম্ভৱ, কাৰণ সেইটো বাট বৰ ঘূৰণ। মঙ্গলীয় জাতিৰ মানুহৰ দেশৰ মাজেদি উত্তৰ-পশ্চিম বাটেদিয়েই আৰ্য্য আৰু ছেমিটিক বংশৰ মানুহবিলাক ভাৰতলৈ আহিছিল। সম্ভৱতঃ সেই বাটেদিয়েই আফ্ৰিকাৰ নিগ্ৰো জাতিৰে সমন্ধ লগা এই দ্ৰাবিড়ীবিলাক আহিছিল। অৱশ্যে তেনেহলে তেওঁলোক আৰব দেশৰ মাজেদি আহিবলগীয়াত পৰিছিল। আৰবত চিনমোকাম পিছৰ কালৰ ছেমিটিক জাতিৰ দ্বাৰাই মচ খাই নাইকিয়া হল। কোনো কোনো পণ্ডিতে আৰু এটা অনুমান কৰে যে অতি পুৰণি কালত লেমুৰিয়া নামৰ এডোখৰ ঠায়ে আফ্ৰিকাৰ মাডাগাস্কাৰেৰে সৈতে ভাৰতক লগ লগাই থৈছিল। সেই ঠাইডোখৰ কালক্ৰমত সাগৰে বুৰাই ভাৰতেৰে সৈতে আফ্ৰিকাৰ সমন্ধ ছিঙিলে। সেই লিমুৰিয়াইদিয়েই আফ্ৰিকাৰ দ্ৰাবিড়ীবোৰ ভাৰতলৈ আহিছিল।

এইটো এক ৰকম থিৰ হৈছে যে দ্ৰাবিড়ী জাতিৰ মানুহে একালত গোটেই ভাৰত জুৰি বসতি কৰিছিল আৰু আৰ্য্যবিলাক ভাৰতলৈ অহাৰ বহু কালৰ আগৰ পৰা তেওঁলোক ভাৰতত আছিল। আৰ্য্যবিলাকৰ হেচাঠেলাত দ্ৰাবিড়ীবিলাক উত্তৰ-ভাৰতৰ পৰা হুহকি গৈ গৈ দক্ষিণ-ভাৰতত থূপ খালেগৈ আৰু যিবোৰ কাষৰে-পাঁজৰে বৈ গল সেইবোৰে আৰ্য্যৰ ভিতৰত সোমাই আৰ্য্য জাতি-বিভাগৰ এটা শ্ৰেণী অধিকাৰ কৰিলে।

অসমতো দ্ৰাবিড়ী মানুহৰ বসতি আছিল। অসমৰ দ্ৰাবিড়ীয়ে দুফালৰ হেঁচা খাইছিল,—পশ্চিমৰ পৰা আৰ্য্যৰ আৰু পূবৰ পৰা অনাৰ্য্য মঙ্গলীয় জাতিৰ। এই দুই প্ৰবল জাতিৰ হেঁচাত তেওঁলোকৰ আত্মবিলোপ ঘটিল। সৰহ ভাগ অনাৰ্য্য জাতিৰে আৰু

অলপ ভাগ আৰ্য্য জাতিৰে মিলি গৈ আপোনাৰ স্বকীয়া অস্তিত্ব তেওঁলোকে নাইকিয়া কৰিলে।

উত্তৰ-পশ্চিমৰ বাটেদি আৰ্য্যবিলাক ভাৰতত সোমোৱাৰ আগৰে পৰা মঙ্গলীয় জাতিৰ কোনো কোনো ফৈদ উত্তৰ-পূবৰ বাটেদি অসমত সোমাইছিল নে নাই, এই কথাৰ মীমাংসা কৰা টান। সম্ভৱত: সোমাইছিল। অনন্ত কালৰ সোঁতেৰে সৈতে জনস্রোত নিশ্চয় ভাৰতলৈ বৈ আছে। অতীত কালত কত মঙ্গলীয় জাতিৰ ফৈদৰ মানুহ দ্ৰাবিড়ী জাতিৰ মানুহেৰে সৈতে লাহে লাহে মিহলি হৈ একে হৈ গৈছিল কোনে জানে? আৰ্য্যবিলাকে যেতিয়া বিজয় দুন্দুভি বজাই আৰ্য্য-সভ্যতাৰ বিজয় নিচান হাতত লৈ ভাৰতত দক্ষিণ-পশ্চিম আৰু পূবমুৱা হৈ আগুৱাই আহিছিল তেতিয়া তেওঁলোকে কত দৈত্য-দানৱ, অসুৰ-ৰাক্ষসেৰে সৈতে সমুখ হৈ সংগ্ৰাম কৰি নিজৰ প্ৰতাপ বিস্তাৰ কৰিবলগীয়া হৈছিল তাৰ সীমা নাই। ভাৰতৰ পূব প্ৰদেশ অসমতো তেওঁলোকে অসুৰবোৰেৰে সৈতে নিজৰ বলৰ পৰীক্ষা কৰি সিহঁতক জয় কৰিহে নিজৰ প্ৰাধান্য স্থাপন কৰিব পাৰিছিল। সেই অসুৰবোৰ কোন আছিল? সেইবোৰ নিশ্চয় পূব-ভাৰতৰ আদিম অধিবাসী—দ্ৰাবিড়ী আৰু মঙ্গল জাতিৰ অনাৰ্য্য মানুহ। বাণ, ঘটক, নৰকাসুৰ, হিড়িম্ব আদিয়েই প্ৰতাপশালী অনাৰ্য্য আজিৰ ৰজা যাক আৰ্য্যসকলে অসুৰ আখ্যা দিছিল।

ইণ্ডো-চাইনিজ ভাষা কওঁতাসকলক পণ্ডিতসকলে যি কেইটা শ্ৰেণীত বিভাগ কৰিছে তাৰে তিনটা থাই শ্ৰেণীত অসমলৈ অহা সেই বংশৰ মানুহবোৰ পৰে। (১) মন-খেমৰ (২) তিব্বত-ব্ৰহ্ম (৩) শ্যাম-চীন। চান ভাষা শ্যাম-চীন ভাষাৰ বংশৰ ভিতৰুৱা। আহোম ভাষা চান ভাষাৰ পৰা ওলোৱা। মন-খেমৰ ভাষা কওঁতাবিলাক অসমলৈ প্ৰথমতে আহে। তেওঁলোকৰ পিছত তিব্বত-ব্ৰহ্ম ভাষাৰ ভিতৰুৱা ভাষা কওঁতাবিলাকে এটা ফৈদৰ পিছত আন এটাকৈ অসমলৈ আহে। পিছত অহাবোৰে আগেয়ে অহাবোৰক ৰণত আৰু জীৱন-যুদ্ধত হৰুৱাই, হয়

গ্ৰাস কৰি নিজৰ ভিতৰুৱা কৰি লৈছিল, নহয় খেদি ঠেলি পৰ্ব্বতবাসী কৰিছিল। এই তিব্বত-ব্ৰহ্ম ভাষাৰ পৰিয়ালৰ ভিতৰুৱা তিনি শ্ৰেণীৰ ভাষা অসমবাসী অনাৰ্য্যবিলাকৰ ভিতৰত আজিকালি প্ৰচলিত আছে— (১) নগা ভাষা, (২) কুকি-চীন ভাষা, (৩) বড়ো ভাষা। নগা পৰ্ব্বতবোৰত নগা ভাষা কোৱা হয়। কুকি-চীন ভাষা মণিপুৰ, কাছাৰ আৰু লুচাই পৰ্ব্বতবোৰত কোৱা হয়। বড়ো ভাষাৰ ভিতৰত ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰায় সকলো অনাৰ্য্য জাতিৰ ভাষা পৰে। উত্তৰ-কাছাৰৰ ভাষাবোৰ, গাৰো পৰ্ব্বতবোৰত প্ৰচলিত ভাষাবোৰ কছাৰী বা মেছ ভাষা, ৰাভা, ছুটিয়া, লালুং, ত্ৰিপুৰা, ডিমচা আদি ভাষা বড়ো পৰিয়ালৰ ভিতৰুৱা। খৃষ্টীয় ত্ৰয়োদশ শতিকাত আৰু তাৰ পিছতো টাই বা চান ভাষাৰ ভিতৰুৱা ভাষা কওঁতাবিলাকো অসমত সোমালহি।

এই দৰে নানা দেশৰ নানা জাতৰ নানা পৰিয়ালৰ আৰ্য্য-অনাৰ্য্য মানুহ অসমলৈ আহি অসমত দীৰ্ঘকাল বাস কৰি অসমীয়া হৈছিল আৰু এইদৰেই পিছৰ কালডোখৰতো, আনকি আজিলৈকে অসমীয়া জাতি গঠিত হব লাগিছে। গোটেই পৃথিৱীৰ ইতিহাসতে এইদৰে সকলো জাতি গঠিত হোৱাৰ প্ৰমাণ আছে। এংগোল, চেক্সন, জুট, কেল্‌ট্, ডেনিছ ইত্যাদি জাতিৰ মানুহেৰে জগদ্বিখ্যাত ইংৰাজ জাতি গঠিত হোৱাটো কোনে নাজানে? ফ্ৰেন্স, ডচ্, জৰ্মাণ, আইৰিছ, ইটালিয়ান, ইংলিছ, নিগ্ৰো, চীনা ইত্যাদি জাতিৰ মানুহেৰে চকুৰ আগতে প্ৰবল আমেৰিকান জাতি গঠিত হোৱাটো আমি দেখিয়েই আছোঁহক! পুৰণি কালৰ কথা এৰি দিলেও তাৰ পিছৰ ডোখৰত সিদিনালৈকে আমি দেখিবলৈ পাওঁ যে কনৌজীয়, হিন্দুস্থানী, পঞ্জাবী, বঙালী, উড়িয়া, নেপালী, গুজৰাটী আদিৰে অসমীয়া জাতি গঠিত হব লাগিছে। কত চিংফৌ, মৰাণ, (আহোমৰ কথাই নাই) নগা, মিৰি, ডফলা, গাৰো লাহে লাহে হিন্দু ধৰ্ম্মৰ আৰু হিন্দুৰ প্ৰভাৱৰ ভিতৰলৈ আহি কোচ, কেওট আদি জাতৰ ভিতৰুৱা হৈ অসমীয়া জাতিৰ কলেৱৰ বঢ়াব লাগিছে।

এইদেখি বাণ, নৰক, ভগদত্তৰ বীৰত্বত আমি নিজক যেনে গৌৰৱান্বিত বিবেচনা কৰোঁ, আৰিমত্ত, জোঙালবলহু, ভাস্কৰবৰ্ম্মা, গদাধৰসিংহৰ বীৰত্বতো তেনে গৌৰৱান্বিত বিবেচনা কৰোঁ ; কাৰণ এই সকলোবিলাক অসমীয়া। অসমীয়া মানে আমি একেখন অসম দেশৰে মানুহ। অসমীয়া মানে কামৰূপীয়া, কামৰূপীয়া মানে অসমীয়া। আগৰ কালত কামৰূপীয়া মানে যি বুজাইছিল, এই কালত অসমীয়া মানে তাকে বুজায়। অসমীয়া বুলিলে উজনিৰ জিলা কেইখনৰহে মাথোন মানুহ এনেটো নহয়। অসমীয়া মানে উজনি-ভাটীৰে সৈতে গোটেই অসম দেশখনৰ মানুহ। পুৰণি কালত কামৰূপীয়া মানে যেনেকৈ আৰু উজনিৰে সৈতে গোটেই কামৰূপ ৰাজ্যৰ মানুহক বুজাইছিল, অসমীয়া মানে আজিকালি সেইদৰে গোটেই দেশখনৰ মানুহকে বুজায়। মানুহৰ নিচিনাকৈ আৰু আন আন জীৱ-জন্তু আদি প্ৰাণীৰ নিচিনাকৈ ভাষাৰ আৰু তাৰ অন্তৰ্গত শব্দৰ জন্ম, উন্নতি, অৱনতি আৰু মৃত্যু আছে। একালত কোনো এটা শবদে যি এটা মানে বুজাইছিল কালক্ৰমত সি অধোগতি পাই আন এটা মানে বুজুৱা হয়গৈ। একালত কোনো এটা শবদ ক্ষমতাশালী হৈ উঠি তাৰ উদৰত বহল অৰ্থৰ বিপুল সম্পত্তিক সি ঠাই দিও কালৰ কুটিল গতিত দুখীয়া লুৰ্ব্বৃংলুঠুং হৈ পৰা দেখা যায়। এনে শবদৰ অলেখ উদাহৰণ দিব পৰা যায়। পুৰণি কালত বিপুল অৰ্থৰ অধিকাৰী 'কামৰূপীয়া' এই শবদটোৰো আজি সেইদৰে নিঃকিন অৱস্থা। কিন্তু সেই বাবে আমাৰ কোনো সম্প্ৰদায়ে মনত ব্যথা অনুভৱ কৰাৰ সকাম নাই অথবা কোনো সম্প্ৰদায় উৎফুল্ল হোৱাৰো সকাম নাই। জন্ম-মৃত্যু, উত্থান-পতন নিয়তিৰ অধীনত, আমাৰ ইচ্ছাৰ ওপৰত নহয়। সঁচাকৈ কবলৈ গলে আমি 'অসম' শব্দটোতকৈ 'কামৰূপ' শব্দটোক, 'অসমীয়া' শব্দটোতকৈ 'কামৰূপীয়া' শব্দটোক-হে ভাল পাওঁ। কাৰণ, কামৰূপ শব্দটো শুনিলেই আমাৰ গুৱাহাটী পলাশবাৰী নলবাৰী গুৱালকুছিলৈ মনত নপৰি প্ৰাগজ্যোতিষপুৰ, বম্নপুৰ, শোণিতপুৰ প্ৰভৃতিলৈ মনত পৰে। কাৰণ, কামৰূপ কথাটো

শুনিলেই কালিকা-পুৰাণ আৰু বিষ্ণু-পুৰাণত উল্লেখ কৰা কামাখ্যা মন্দিৰকে সোঁ-মাজ কৰি চাৰিউফালে এশ যোজন অর্থাৎ প্রায় ৪৫০ মাইল বিয়াপি জুৰি থকা কামৰূপলৈহে মনত পৰে, যি কামৰূপে নিজৰ প্রকাণ্ড শৰীৰৰ ভিতৰত, আজিকালি ভাগ হোৱা গোটেইখন পূর্ব্ববঙ্গ আৰু অসমক ভুটানেৰে সৈতে সামৰি সুমাই থৈছিল। কাৰণ, যি কামৰূপ শব্দ আমাৰ মনত পৰিলে, কালিকা-পুৰাণ আৰু বিষ্ণু-পুৰাণৰ পিছৰ কালৰ পুথি যোগিনী-তন্ত্রত উল্লেখ কৰা "কৰতোয়াং সমাৰভ্য যাবদ্দীকৰবাসিনী" অর্থাৎ পশ্চিমে ছিকিমৰ নামনিৰ পর্ব্বতবোৰৰ মাজৰ ব্রহ্মকুণ্ডৰ পৰা ওলাই দার্জিলিং, জলপাইগুৰি, ৰংপুৰ, দিনাজপুৰ আৰু বগুৰাৰ মাজেদি দক্ষিণমুৱা হৈ বৈ ঘোঁৰাঘাটেদি গৈ পাবনাৰ ওপৰৰ পদ্মাত যি নৈ পৰিছেগৈ আৰু যাক মহাভাৰতৰ ভীষ্ম-পর্ব্বত "লৌহিত্যাং কৰতোয়াংচ তথৈব বৃষকাহ্বয়াম" আৰু ব্রহ্মাণ্ড পুৰাণত "কৰতোয়াং মহাগৌৰী দুর্গা চাণ্ডঃশিৰা তথা" বুলি উল্লেখ কৰিছে, সেই পুণ্যতোয়া কৰতোয়া নৈ যি ৰাজ্যৰ পশ্চিম সীমা, দীকৃৰাই বা দীকৃৰাং যাৰ পূব সীমা, কাঞ্চন আৰু গিৰিকান্তক নামৰ পর্ব্বতবোৰ যাৰ উত্তৰ সীমা আৰু ব্রহ্মপুত্র আৰু লক্ষ্মী নদীৰ সঙ্গম যাৰ দক্ষিণ সীমা আছিল অর্থাৎ আজিকালিৰ ব্রহ্মপুত্রৰ উপত্যকা, ভুটান, ৰংপুৰ আৰু কোচবিহাৰ মিলি যি কামৰূপ ৰাজ্য হৈছিল সেই কামৰূপলৈ মনত পৰে। কাৰণ, কামৰূপ নাম শুনিলেই প্রাগ্‌জ্যোতিষপুৰ স্থাপন কৰোঁতা, কামাখ্যাত অনেক ব্রাহ্মণৰ বসতি কৰাই দিওঁতা, বিদর্ভ ৰজাৰ জীয়েক মায়াক বিয়া কৰাওঁতা, প্রথমতে হিন্দুধর্ম্মত আস্থাবান হৈ বিষ্ণুৰ মৰমৰ পাত্র হৈ পিছত বাণৰ সংসর্গ-দোষত সেই ধর্ম্মত অনাস্থাবান হৈ অত্যাচাৰী, অনাচাৰী হোৱাত কৃষ্ণৰ হাতত প্রাণ হেকৰাওঁতা নৰকাসুৰলৈ মনত পৰে। কাৰণ, সেই শব্দটো শুনিলে নৰকাসুৰৰ পুতেক ভগদত্তলৈ মনত পৰে যি ভগদত্তৰ প্রাগ্‌-জ্যোতিষপুৰ মধ্যম পাণ্ডৱ অর্জ্জুনে আক্রমণ কৰিলত, নিজৰ কিৰাত আৰু চীনা সেনা লৈ যি ভগদত্তই অর্জ্জুনেৰে সৈতে আঠদিন তুমুল সংগ্রাম কৰি

শহত যাটি যুধিষ্ঠিৰক কৰ দিবলৈ মান্তি হৈছিল আৰু যি ভগদত্তই মহাভাৰতৰ যুদ্ধত দুৰ্য্যোধনৰ ফলীয়া হৈ যুঁজ কৰি অসীম বীৰত্ব দেখুৱাই-ছিল, যি বীৰত্বৰ বিষয় বখানিবলৈ মহাভাৰতৰ দ্ৰোণপৰ্ব্বৰ চাৰি অধ্যায় লাগিছিল অৰ্থাৎ ভগদত্ত নামৰ যিজন কামৰূপীয়া ৰজাই কুৰুক্ষেত্ৰৰ যুদ্ধত মহাপৰাক্ৰম দেখুৱাই ভীমৰ হাতৰ পৰা দুৰ্য্যোধনক সকৰাই অনাৰ পৰা অৰ্জ্জুনৰ হাতত তেওঁৰ মৃত্যু ঘটালৈকে যি বৃত্তান্ত সেই চাৰি অধ্যায়ত বৰ্ণোৱা হৈছে, সেই ভগদত্ত ৰজা। কাৰণ, কামৰূপ বুলিলে খৃষ্টীয় চতুৰ্থ শতিকাৰ শঙ্কল বা শঙ্কলাদিব নামৰ মহাপৰাক্ৰমী কামৰূপীয়া ৰজালৈ মনত পৰে, যি উত্তৰ-ভাৰতৰ কেদাৰ ব্ৰাহ্মণ নামে ডাঙৰ ৰজা এজনৰ ৰাজ্য আক্ৰমণ কৰি যুদ্ধত কেদাৰ ৰজাক হৰুৱাইছিল ; যি ভাগীৰথীৰ পূব ফালৰ দেশ বঙ্গ আৰু বিহাৰ জয় কৰিছিল , যি গৌড় নগৰ অথবা লক্ষণাৱতী সংস্থাপন কৰিছিল ; যাৰ ৪০০০ হাতী, ১০০০০০ ঘোঁৰা আৰু ৪০০০০০ পদাতিক সৈন্য আছিল ; যাৰ পৰা স্কাইথিয় টুৰাণ ৰজা আফ্ৰেছিয়াবে কৰ বিচৰা বাবে যি সেই আফ্ৰেচিয়াবৰ ৫০০০০ মঙ্গল বা মোগল সেনাৰে সৈতে ঘোঁৰাঘাট পৰগণাৰ ওচৰৰ কোচ পৰ্ব্বতৰ কাষত যুদ্ধ কৰি সেই সেনাবোৰ মথিমূৰ কৰিছিল। কাৰণ, যি কামৰূপৰ নাম শুনিলে মহাগৌৰৱান্বিত মহাৰাজা ভাস্কৰবৰ্ম্মালৈ মনত পৰে, যাক ৰাজচক্ৰৱৰ্ত্তী বৌদ্ধ ৰজা শিলাদিত্য হৰ্ষবৰ্দ্ধনে মহোৎসৱলৈ নিমন্ত্ৰণ কৰি লৈ গৈ, ভাৰতবৰ্ষৰ আন আন ঠাইৰ পৰা নিমন্ত্ৰিত হৈ যোৱা কুৰিজন ৰজাৰ আগ শাৰীত ঠাই দিছিল আৰু যাক শিলাদিত্যই সেই উৎসৱৰ শোভাযাত্ৰাৰ নায়ক পাতি নিজৰ সোঁহাতে একে শাৰীতে লৈ গৈছিল, আৰু ৫০০ হাতীয়ে যাক শিলাদিত্যৰে সৈতে ৰক্ষা কৰি গৈছিল। কাৰণ, যি কামৰূপৰ নাম শুনিলে দীপিকাছন্দ পুথিত বৰ্ণনা কৰা ৰামচন্দ্ৰ ৰজাৰ কথা মনত পৰে, যাৰ ৰত্নপুৰ নামে ৰাজধানী মাজুলীত আছিল, যি ৰত্নপুৰ অৰবিন্দ ৰজাৰ পুতেক কুশাৰণ্যকে আদি কৰি অনেক ৰজাৰ ৰাজধানী আছিল আৰু যি কুশাৰণ্য গৌড়, কামৰূপ, আৰু জয়ন্তাৰ অধিপতি আছিল। কাৰণ, যি কামৰূপৰ নাম শুনিলে

তেজপুৰত পোৱা তামৰ ফলিৰ গৰাকী বনমাল ৰজাৰ কথা মনত পৰে, যাৰ ৰাজ্য সমুদ্ৰ পৰ্য্যন্ত বিস্তাৰিত আছিল, আৰু বঙ্গদেশৰ ৰজা দেৱপালৰ তামৰ ফলিত যাৰ কথা এই বুলি লেখা আছে যে দেৱপালে কামৰূপৰ ৰজাক উৰিষ্যাৰ ৰজাৰ বিপক্ষে যুদ্ধত সহায় কৰিছিল। কাৰণ, যি কামৰূপৰ নাম ওলালে নগাৱত পোৱা তামৰ ফলিৰ গৰাকী বলবৰ্ম্ম (প্ৰায় ৯৯০ খৃষ্টাব্দ) আৰু গুৱালকুচিত আৰু বৰগাঁৱত পোৱা তামৰ ফলি দুখনৰ দাতা ৰত্নপাল ৰজাৰ (একাদশ শতিকাৰ প্ৰথম ভাগত) কথা মনত পৰে, যি ৰত্নপালে গুৰ্জ্জৰ, গৌড়, কেৰেলা আৰু দক্ষিণ-ভাৰতৰ ৰজাৰে সৈতে যুদ্ধ-বিগ্ৰহ কৰিছিল বুলি তেওঁৰ নাতিয়েক ইন্দ্ৰপাল ৰজাৰ তামৰ কলিত লেখা আছে, আৰু যি ৰত্নপাল অনেক তামৰ খনিৰ গৰাকী আছিল। (ভুটানত সেই খনিবোৰ আছিল আৰু ভুটান কামৰূপ ৰজাৰ তলতীয়া আছিল)। সঁচা কথা কবলৈ গলে কামৰূপ বুলিলে যেনেকৈ আমাৰ মনটো মুকলি হৈ বাঢ়ি ডাঙৰ হয়, অসম বুলিলে সেইদৰে সি কুঁচি গৈ, পোনতে ভৰলীৰ পৰা দীক্ৰং নৈৰ ভিতৰত থকা সৌমাৰ পীঠ নামৰ জকাইচুক ডোখৰ পাইতাৰ পিছত-হে ভৰলীৰ পৰা ৰূপহী আৰু ৰূপহীৰ পৰা অতি সংকুচিতভাৱে চুচুক-চামাককৈ সোণকোহ নৈ পায়গৈ। চুচুকচামাককৈ এই বাবে বুলিছোঁ যে আমি গুৱালপাৰ জিলাৰ পশ্চিম সীমাত অসমীয়া ভাষাৰ টাৱচিলিঙি পুতিবলৈ গৈ তাৰ আগেয়ে তাতে এমুঠি চাউল-সিজোৱা লবলৈ বহিলেই আমাৰ বঙালী ভাইসকলে হাতত টাঙোন লৈ সেইখিনিতে ওলাই "ভচৌলিয়া তেৰা না মেৰা" লগাই দিয়া সততে দেখা গৈছে। অসম বুলিলে বিশাল পুৰণি কামৰূপ ৰাজ্যৰ পূব ফালৰ এছোৱাত ৭০০ বছৰীয়া আহোম ৰাজত্বৰ কথাৰ সোঁৱৰণিহে আমাৰ মনত ওলায়, যি সোঁৱৰণি পিছৰ ডোখৰ কালৰ ৰুদ্ৰসিংহ, শিৱসিংহৰ ভালেমান সুশাসন আৰু দান-ধ্যান আদি ধৰমৰ কাৰ্য্যেৰে সৈতে, আগৰ, খাইকৈ ১৬৭০ খৃষ্টাব্দৰ পিছৰ ১১ বছৰৰ ভীষণ সোঁৱৰণিৰে সৈতে সানমিহলি, যি সোঁৱৰণিৰে সৈতে ৰুদ্ৰসিংহৰ চাৰি পুতেকৰ অৰ্থাৎ শিৱসিংহ আৰু

তেওঁৰ ঘৈণীয়েক ফুলেশ্বৰী বা প্ৰমথেশ্বৰী বা বৰ-ৰজা, প্ৰমত্তসিংহ, ৰাজেশ্বৰসিংহ, লক্ষ্মীসিংহৰ কুশাষণ মিছিলি-খোৱা; যি সোঁৱৰণিবে সৈতে গৌৰীনাথসিংহ আৰু চন্দ্ৰকান্তসিংহৰ তুৰ্বল শাসন, অসমৰ কুলাই-পাচীয়ে নধৰা তুখ-তুৰ্গতি আৰু অধঃপতনৰ কলঙ্কেৰে তুৰ্ঘোৰ কলীয়া।

কিন্তু সেই বুলি আমি আমাৰ জন্মভূমিৰ যি নাম পাইছোঁ সেই নামকে সাদৰে গ্ৰহণ কৰি সন্তুষ্ট থাকি নিজক গৌৰৱান্বিত বিবেচনা কৰা উচিত, আৰু সেই নামক ভৱিষ্যতত যেন আৰু গৌৰৱান্বিত কৰিব পাৰোঁ তালৈ এহাশুধীয়াভাৱে যত্ন কৰা উচিত। ইংৰাজ কৱিয়ে কবৰ নিচিনা, "মাত্ৰ নামত কি আহে যায়? গোলাপক আন নামেৰে মাতিলেও তাৰ গোন্ধ নকমে বা সলনি নহয়।" বিশেষ এটা কথা চাব লাগে যে নাম সাধাৰণতঃ কোনেও নিজে নলয়, নাম লোকেহে দিয়ে। লোকে দিয়া ভাল নামৰতো কথাই নাই, ঘৃণাসূচক নামও কালক্ৰমত পাওঁতাজনৰ মৰমৰ সমল হয়। ৰাউণ্ড্ হেড্, হুইগ, টৰি ইত্যাদি নাম এইদৰে দিছিল আৰু পাওঁতাই কালক্ৰমত আদৰ কৰি লৈছিল। ভাৰতবাসীৰ আদৰৰ নাম হিন্দু এই নামৰো ইতিহাস যে প্ৰায় এনেকুৱাই তাক নকলেও হয়। অসমত বাপেকে দিয়া কেদেলা, ঘিণাৰাম, ঘিণলগা নাম এইদৰেই পুতেক কেদেলা, ঘিণাৰাম আৰু ঘিণলগাৰ মৰমৰ হৈছিল হৈছে আৰু হব আৰু কেদেলাৰ ঘিণাৰামৰ ঘিণলগাৰ সন্তানসকলৰ মৰমৰ আৰু ভক্তিৰ সেৱাইৎ বস্তু হৈছিল হৈছে আৰু হব।

আমি যাক আদি যুগ বুলি ধৰিছোঁ (অৰ্থাৎ অতি অতি পুৰণি কালৰ পৰা মহাভাৰতৰ যুদ্ধৰ সময়লৈকে) সেই কালৰ অসমৰ ইতিহাস আমি অলপ-অচৰপ ওপৰত কৈ আহিছোঁ। চমুকৈ সেই কথা আমি আকৌ ইয়াত কওঁ। সেই কালত ভাৰতবৰ্ষৰ উত্তৰ-পশ্চিম বাটেদি অহা দ্ৰাবিড়ী জাতিৰ মানুহ অসমত আছিল। তাৰ পিছত ভাৰতৰ উত্তৰ-পশ্চিম বাটেদি ভাৰতবৰ্ষত সোমোৱা আৰ্য্য জাতিৰ মানুহ লাহে লাহে আৰ্য্য সভ্যতাৰ পৰাক্ৰমৰ আৰু সৌষ্ঠৱ লগে লগে পশ্চিম কালৰ পৰা

আহি অসম পাইছিল। এফালৰ পৰা মঙ্গলীয়, আন ফালৰ পৰা আৰ্য্য জাতিৰ মানুহৰ খুন্দাত, তেওঁলোকৰ আগৰে পৰা অসমত থকা তুলনাত দুৰ্ব্বল দ্ৰাবিড়ী জাতিৰ মানুহবোৰৰ সৰহ ভাগে আৰ্য্য আৰু মঙ্গলীয় জাতিৰ ভিতৰত সোমাই নিজৰ স্বকীয়া অস্তিত্ব বিলোপ কৰিলে। কিছুমান পৰ্ব্বত-পাষণ্ডবাসী হল আৰু কিছুমান দক্ষিণলৈ লুহকি গল।

ইয়াৰ পিছত ওখ বিদ্যা বুদ্ধি আৰু সভ্যতাৰ মানুহ আৰ্য্যসকলৰ হেঁচা অসমবাসী মঙ্গলীয় জাতিৰ ওপৰত পৰিল। তেওঁলোকৰ সৰহ ভাগে আৰ্য্যসকলৰ ওচৰত সকলো প্ৰকাৰে হাৰি আৰ্য্যৰ সভ্যতা আৰু আৰ্য্যৰ ধৰ্ম্ম গ্ৰহণ কৰিলে। এই যুগতে কামাখ্যাৰ মন্দিৰ, বশিষ্ঠ, গালৱ, গোকৰ্ণ আদি ঋষিৰ আশ্ৰম অসমত স্থাপিত হয় আৰু অনেক হিন্দু মূৰ্ত্তি আৰু মন্দিৰ প্ৰতিষ্ঠিত হয়। ইণ্ডো-চাইনিজ ভাষাৰ পৰিয়ালৰ ভিতৰুৱা মন-খেমৰ আৰু তিব্বত-ব্ৰহ্ম ভাষাৰে সৈতে দ্ৰাবিড়ী ভাষা মিহলি-খোৱা ভাষাভাষী অনাৰ্য্য মহীৰঙ্গ দানৱ, ঘটক অসুৰ, সম্বৰ অসুৰ, ৰত্ন অসুৰ, কিৰাতৰ ৰজা ঘটক, বিখ্যাত প্ৰাগ্‌জ্যোতিষপুৰ অৰ্থাৎ আজিকালিৰ গুৱাহাটী স্থাপন কৰোঁতা নৰক অসুৰ, নৰকৰ পুতেক কুৰুক্ষেত্ৰত মহাপৰাক্ৰম দেখুৱাওঁতা ভগদত্ত, শদিয়াৰ ফালৰ প্ৰতাপী ৰজা ৰুক্মিণী আৰু ৰুক্মবীৰৰ বাপেক ভীষ্মক, শোণিতপুৰৰ অৰ্থাৎ আজিকালিৰ তেজপুৰৰ, পৰাক্ৰমী ৰজা উষাৰ বাপেক বাণ এই যুগৰে। এই যুগৰে আগৰ এসময়ত (যিছোৱাক হিন্দুসকলে ত্ৰেতা যুগ বোলে) দশৰথৰ বাপেক ৰঘুৱে (ৰঘুবংশ ৪ৰ্থ সৰ্গ) লৌহিত্য অৰ্থাৎ লুইত অৰ্থাৎ ব্ৰহ্মপুত্ৰ নৈ পাৰ হৈ আহি প্ৰাগ্‌জ্যোতিষপুৰৰ ৰজাক ৰণত হৰুৱাই কৰস্বৰূপে তেওঁৰ পৰা কিছুমান হাতী লৈ গৈছিল। এই যুগতে অসমত আৰ্য্য সভ্যতা উন্নতিৰ ওখ টিঙত।

## দ্বিতীয় যুগ

মহাভাৰতৰ যুদ্ধৰ সময়ৰ পৰা খৃষ্টীয় চতুৰ্থ শতিকালৈকে দ্বিতীয় যুগ বোলা যায়। এই যুগত নৰকাসুৰৰ বংশধৰসকলে অসমত ৰাজত্ব

কৰে। নৰকৰ পিছত সুবাহু আৰু সুপৰ্ণলৈকে উনৈছ জন ৰজাই প্ৰাগ্-জ্যোতিষপুৰত ৰাজত্ব কৰে। এই যুগতে খৃষ্টীয় চতুৰ্থ শতিকাত কামৰূপৰ ৰজা শঙ্কলাদিৰ বা শঙ্কলে বঙ্গ-বিহাৰ জয় কৰে, গৌড় নগৰ অথবা লক্ষণাৱতী স্থাপন কৰে, ( যি লক্ষণাৱতী প্ৰায় ২০০০ বছৰলৈকে বঙ্গ-দেশৰ ৰজাসকলৰ ৰাজধানী হৈছিল )। এই শঙ্কল ৰজাই উত্তৰ ভাৰতৰ পৰাক্ৰমী ৰজা কেদাৰ ব্ৰাহ্মণৰ ৰাজ্য আক্ৰমণ কৰি জয় কৰে। স্কাইথিয় টুৰাণ ৰজা আফ্ৰচিয়াবৰ ৫০০ ০ মোগল সেনা ৰণত হৰুৱায়। এই শঙ্কলৰ কথাকে ফিৰ্দৌছিয়ে তেওঁৰ মহাকাব্যত পাৰস্যৰ সম্রাট বাহৰাম গৌৰৰ বিষয়ে লেখা ঘটনাবোৰৰ সম্পৰ্কীয় কথাত উল্লেখ কৰিছিল। এই কালত কামৰূপ দিগ্বিজয়ী আছিল আৰু কামৰূপৰ মহাযশৰ বিজয়-দুন্দুভি বঙ্গ-বিহাৰ আৰু উত্তৰ-ভাৰতত নিনাদিত হৈছিল।

## তৃতীয় যুগ

খৃষ্টীয় চতুৰ্থ শতিকাৰ শেহৰ পৰা সপ্তম শতিকাৰ মাজ ছোৱালৈকে তৃতীয় যুগ। এই ছোৱাত অসম অৰ্থাৎ কামৰূপ সমৃদ্ধিশালী, উন্নত। এই কালত কামৰূপৰ অধিপতিৰ পৰৰাজ্য-আক্ৰমণ স্পৃহা গৈ নিজৰাজ্য উন্নত আৰু সমৃদ্ধিশালী কৰিবৰ যত্ন হৈছিল। এই কালত অসম সুখ-শান্তিৰ ওখ সীমাত। জ্ঞান বিদ্যা ধৰম নীতি চৰ্চ্চাত এই কাল শ্ৰেষ্ঠ। এই কালৰ অসমৰ প্ৰমাণিত বুৰঞ্জীৰ অলপ পোহৰ দেখিবলৈ পাওঁহক। এই কালত আমি কামৰূপৰ উজ্জ্বল ৰজা ভাস্কৰ-বৰ্ম্মাক পাওঁ, যাক মহাপ্ৰতাপী ৰাজচক্ৰৱৰ্ত্তী বৌদ্ধ ৰজা শিলাদিত্যই নিজৰ মহাযজ্ঞলৈ সাদৰেৰে নিমন্ত্ৰণ কৰি লৈ গৈ নিমন্ত্ৰিত আন সকলো-বোৰ নৃপতিৰ আগত শ্ৰেষ্ঠ আসন দি সম্মানিত কৰিছিল। এই যুগত অৰ্থাৎ খৃষ্টীয় সপ্তম শতিকাৰ আগভাগত বিখ্যাত চীন পৰিব্ৰাজক হিউয়েনচাঙক আমাৰ এই ধাৰ্ম্মিক আৰু সাধু ৰজা ভাস্কৰবৰ্ম্মাই কামৰূপলৈ নিমন্ত্ৰণ কৰি আনে, যি পৰিব্ৰাজকে সেই সময়ৰ কামৰূপৰ বিবৰণ তেওঁৰ ভ্ৰমণ-বৃত্তান্তত লেখি থৈ গৈছে। হিউয়েনচাঙে লেখিছে :

—“কামৰূপ দেশ বেৰে ১০০০০ লাই (অৰ্থাৎ প্ৰায় ১৭০০ মাইল)। কামৰূপৰ ৰাজধানী প্ৰায় ৩০ লাই। মাটিবোৰ দ, কিন্তু বৰ সাৰুৱা আৰু তাত নিয়মিতৰূপে খেতি কৰা হয়। কামৰূপৰ মানুহে কঠাল আৰু নাৰিকলৰো খেতি কৰে। নাৰিকলৰ আৰু কঠালৰ গছ খুব হয় আৰু কামৰূপৰ মানুহে সেইবোৰ বৰ মূল্যবান বুলি ভাবে। নৈৰ, আৰু পাৰ বান্ধি কৰা পুখুৰীৰ পানী নগৰবোৰৰ চাৰিউফালে বোৱাই দিয়া হয়। জল-বায়ুৰ অৱস্থা মৃদু। বৰ জহো নহয়, বৰ জাৰো নহয়। মানুহ-বিলাকৰ ব্যৱহাৰ আৰু আচৰণ সজ আৰু ছল-চাতুৰী নথকা পোন-পটিৰ। মানুহবিলাক চুটি-চাপৰ আৰু তেওঁলোকৰ বৰণ গোমোঠা-হালধীয়া। তেওঁলোকৰ ভাষা মধ্য-ভাৰতৰ ভাষাৰে সৈতে অলপহে বেলেগ। তেওঁলোকৰ স্বভাৱ বৰ উগ্ৰ আৰু গোৱাঁৰ, স্মৃতিশক্তি প্ৰবল, আৰু পঢ়াত বৰ মন। তেওঁলোকে দেৱতাসকলৰ পূজা কৰে, বুদ্ধত বিশ্বাস নকৰে; সেইদেখি এই পৃথিৱীতে বুদ্ধৰ আবিৰ্ভাৱৰ পৰা আজিলৈকে কামৰূপত এটা ‘সংঘৰাম’ নিৰ্ম্মিত হোৱা নাই—যত আচাৰ্য্য পুৰোহিত-সকল গোট খাব পাৰে। যিসকল নৈষ্ঠিক বৌদ্ধ শিষ্য আছে তেওঁলোকে নিজৰ উপাসনা আদি লুকাই মনে মনে কৰিয়েই নিশ্চিন্ত। নানা পন্থীয়া অসংখ্য দেৱ-মন্দিৰ কামৰূপত আছে। বৰ্ত্তমান ৰজা পুৰাণ নাৰায়ণদেৱৰ বংশৰ। তেওঁ ব্ৰাহ্মণ। তেওঁৰ নাম ভাস্কৰবৰ্ম্মা আৰু তেওঁৰ উপাধি কুমাৰ। এই বংশৰ ৰজাই কামৰূপৰ ৰাজপাট অধিকাৰ কৰিবৰ পৰা আজিলৈকে এহেজাৰ পুৰুষ হৈছে। ৰজাই বিদ্যা-চৰ্চ্চা কৰিবলৈ ভাল পায় আৰু ৰজাক দেখাদেখি প্ৰজা-বিলাকৰো বিদ্যা-চৰ্চ্চাত মন। বৰ পণ্ডিত জ্ঞানী আৰু দক্ষ মানুহ দূৰ দেশৰ পৰা বিষয়-বাসনা বিচাৰি ৰাজ্যলৈ আহে। বৌদ্ধ ধৰ্ম্মত ৰজাৰ যদিও বিশ্বাস নাই, তথাপি তেওঁ পণ্ডিত আৰু জ্ঞানী শ্ৰমণসকলক বৰ সমাদৰ কৰে।

এই দেশৰ পূৰ ফাল পৰ্ব্বতৰ শাৰীৰে সীমাবদ্ধ, সেইদেখি এই ৰাজ্যৰ এই ফালে ডাঙৰ নগৰ নাই। দাতিকাষৰীয়া ঠাইবোৰ

চীনদেশৰ দক্ষিণ-পশ্চিমৰ সৰ্ব্বৰবোৰৰ ঠাইৰে সৈতে লগালাগি। বাস্তৱতে সেই বৰ্ব্বৰ জাতিবোৰৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ দক্ষিণ-পশ্চিমৰ বৰ্ব্বৰ মানবিলাকৰ ৰীতি-নীতি আচাৰ-ব্যৱহাৰৰ নিচিনা। দুমাহ আহি আহি আমি জেচুৱেন (Szecpuen) প্ৰদেশৰ দক্ষিণ-পশ্চিম সীমা পালোঁহি। কিন্তু পৰ্ব্বত আৰু নৈবোৰ আমাৰ বাটত প্ৰতিবন্ধক হৈ পৰিছে আৰু অস্বাস্থ্যকৰ বায়ু, বিষাক্ত ভাপ, বিষাল সাপ, মাৰাত্মক হাবি-বননি, ইত্যাদি মৃত্যুজনক কাৰণ ইয়াত বিদ্যমান। এই দেশৰ দক্ষিণ-পূব ফালত জাকে জাকে বনৰীয়া হাতী চৰি ফুৰে; সেইদেখি এই ডোখৰত যুদ্ধৰ নিমিত্তে ঘাইকৈ হাতী ব্যৱহাৰ কৰা হয়। দক্ষিণ-মুৱাহৈ ১২০০ কি ১৩০০ লাই ( প্ৰায় ২০০ মাইল ) আহি আমি সমতত ( পূৰ্ব্ববঙ্গ ) পালোঁহি।"

ওপৰত দিয়া হিউয়েন্‌চাঙৰ এই বিবৰণৰ পৰা আমি কি পাওঁ? প্ৰথমতে পাওঁ যে সপ্তম শতিকাৰ আগছোৱাত হিউয়েন্‌চাঙে কামৰূপত সোমোৱাৰ আগেয়ে এখন ডাঙৰ নৈ পাৰ হৈছিল। সেই নৈ কামৰূপ ৰাজ্যৰ পশ্চিম সীমা। আৰু পূব সীমা এশাৰী পৰ্ব্বত, যিবোৰ চীনৰ দক্ষিণপশ্চিম সীমাৰ অসভ্য জাতিবিলাকৰ ঠাইৰে সৈতে লগালগি। পশ্চিম সীমাৰ সেই ডাঙৰ নৈখন যে বিখ্যাত কৰতোয়া নৈ তাক নকলেও হব। পূব সীমা আজিকালিৰ অসমৰ পূব সীমাৰে একে। আৰু পাওঁ, কামৰূপ ৰাজ্য বেৰে প্ৰায় ১৭০০ মাইল; সেইদেখি কামৰূপৰ ভিতৰত আজিকালিৰ গোটেই অসম, ভুটান, কৰতোয়ালৈকে উত্তৰ-বঙ্গ আৰু মৈমনচিঙৰ এডোখৰ পৰিছিল। এই কামৰূৰ ওচৰচুবুৰীয়া পৌণ্ড্ৰবৰ্দ্ধন আৰু সমতত অৰ্থাৎ পূৰ্ব্ববঙ্গ এই দুখন ৰাজ্যতকৈ ভালেমান গুণে ডাঙৰ আছিল; কাৰণ সেই দুখন বেৰে ৭০০ আৰু ৫০০ মাইল মাথোন আছিল। কামৰূপৰ ৰজা ভাস্কৰবৰ্ম্মা বৰ ডাঙৰ ৰজা আছিল, যাৰ সম্মান আৰু প্ৰভাৱৰ কথা ওপৰত কোৱা হৈছে। আৰু পাওঁ যে কামৰূপৰ ৰাজধানী পৌণ্ড্ৰবৰ্দ্ধনৰ পৰা পূব ফালে ১৫০ মাইল দূৰত আছিল। কানিংহামে পৌণ্ড্ৰ-

বৰ্দ্ধনক আজিকালিৰ পাবনা বুলি থিৰ কৰি কমতাপুৰক কামৰূপৰ সেই ৰাজধানী বুলি সিদ্ধান্ত কৰিছে। কিন্তু কমতাপুৰ পাবনাৰ উত্তৰতহে, দক্ষিণত নহয়। সেইদেখি পৌণ্ড্ৰবৰ্দ্ধনক পাবনা বুলি থিৰ কৰাত সন্দেহ হয়। সি যি হওক পৌণ্ড্ৰবৰ্দ্ধনৰ পৰা প্ৰাগ্-জ্যোতিষপুৰ অৰ্থাৎ গুৱাহাটী ১৫০ মাইলৰো বেছি দূৰ। সেইদেখি সেই কালৰ কামৰূপৰ ৰাজধানী গুৱাহাটীৰ আৰু পশ্চিমে হোৱাটো সম্ভৱ, হয় গুৱালপাৰ জিলাত, নাইবা কোচবেহাৰত, নাইবা ৰংপুৰৰ উত্তৰ-পুবত। কামৰূপ ৰাজ্যৰ মানুহবিলাকক হিউয়েন্‌চাঙে চুটি-চাপৰ আৰু হালধীয়া বৰণৰ বোলাৰ পৰা তেওঁলোক মঙ্গলীয় জাতিৰে সানমিহলি হৈ উৎপত্তি হোৱাটো মনে ধৰে আৰু কামৰূপৰ পূব সীমাৰে সৈতে মঙ্গলীয় জাতিৰ মানুহৰ লগালগিৰ কথা তেওঁ কৈছেই। আৰু পাওঁ যে হিন্দু ধৰ্ম্ম ৰজাৰ ধৰ্ম্ম আছিল। অসংখ্য হিন্দু দেৱালয় কামৰূপত আছিল আৰু হিন্দুবিলাক সৌৰ, শাক্ত, শৈৱ, বৈষ্ণৱ আদি নানা শাখাত বিভক্ত আছিল। ভাস্কৰবৰ্ম্মাক তেওঁ ব্ৰাহ্মণ বুলিছে। সেইটো অৱশ্যে ভুল কাৰণ বৰ্ম্মা ক্ষত্ৰিয়ৰহে উপাধি। সেই কালত অৰ্থাৎ সপ্তম শতিকাৰ আগছোৱাত অসমত বৌদ্ধ ধৰ্ম্ম নথকাৰ বিষয়ে হিউয়েন্‌চাঙে ভালকৈয়ে কৈছে। তেওঁৰ কথাৰ পৰা জানিব পাৰি যে বৌদ্ধ ধৰ্ম্মাৱলম্বী যিবিলাক লোক অসমও আছিল তাৰ লেখ অতি সামান্য, ধৰিবলগীয়াই নহয়। বৌদ্ধ ধৰ্ম্মত ৰজাৰ যদিও বিশ্বাস নাছিল, তথাপি তেওঁ ইমান উদাৰ আৰু শিক্ষিত আছিল যে বৌদ্ধ আৰু হিন্দুক তেওঁ সমান চকুৰে দেখিছিল। সেই কালৰ এজন হিন্দু ৰজাৰ পক্ষে ই কম গৌৰৱৰ কথা নহয়। বহুতৰ ধাৰণা আছে যে অসমত এসময়ত বৌদ্ধ ধৰ্ম্মই খামি পুতি লৈছিল আৰু তাৰ বৰ প্ৰচাৰ হৈছিল। কিন্তু হিউয়েনচাঙৰ বৃত্তান্ত পঢ়িলে সেইটো ভুল বিশ্বাস বুলি মনত হয়। অসমৰ কোনো পুৰণি ফলি বা পুথিত বা শিলৰ ওপৰত লেখাৰ পৰা অসমত বৌদ্ধ ধৰ্ম্মৰ বেছি প্ৰচাৰৰ কথা পোৱা নাযায়।

তাৰ দ্বাৰাই হিউয়েনচাঙৰ কথা যে খুব সঁচা সেইটোহে প্ৰমাণিত হয়। তিব্বতীয়াবিলাকৰ ভিতৰত এটা প্ৰবাদ প্ৰচলিত আছে যে বুদ্ধৰ মৃত্যু অসমত হৈছিল। এইটো যে ভুল কথা সেইটো প্ৰমাণ হৈ গৈছে। গুৱাহাটীৰ জনাৰ্দ্দন বুদ্ধৰ শিলৰ মূৰ্ত্তি আচলতে বিষ্ণুৰ মূৰ্ত্তি বুলি স্থিৰ সিদ্ধান্ত হৈ গৈছে। হাজোৰ মূৰ্ত্তিক একালত বুদ্ধৰ মূৰ্ত্তি বুলি ভবা হৈছিল, কিন্তু সেই মূৰ্ত্তিও যে বিষ্ণুৰ অৱতাৰ হয়গ্ৰীৱ মাধৱৰ মূৰ্ত্তি তাত সন্দেহ নাই। সিফালে পৌণ্ড্ৰবৰ্দ্ধন আৰু সমতটত বৌদ্ধ ধৰ্ম্ম ভালকৈ প্ৰচাৰিত হোৱাৰ বিস্তৰ প্ৰমাণ আছে। সেই দুই ঠাইত অনেক বৌদ্ধ বিহাৰ আৰু অশোকৰ স্তম্ভ স্থাপিত হৈছিল। নবম কি দশম শতিকাত ৰচিত হোৱা বুলি থিৰাং কৰা দীপিকাছন্দ পুথিত ( যাৰ বিষয়ে আমি পিছত কম ) বৌদ্ধৰ প্ৰতি আক্ৰমণ দেখি কোনোৱে তাৰ পৰা সেই কালত অসমত বৌদ্ধধৰ্ম্ম প্ৰচলিত থকাটো অনুমান কৰে, কিন্তু সেইটো অনুমান ঠিক নহয়। "ডাকৰ পুথি" নামে এক সুকীয়া প্ৰবন্ধত আমি দেখুৱাইছোঁ যে সেই পুথিত যি বৌদ্ধক আক্ৰমণ আছে সেই বৌদ্ধ বৌদ্ধধৰ্ম্মাৱলম্বী বৌদ্ধ নহয়, হীনাচাৰী ভণ্ড ব্ৰাহ্মণবিলাককহে বৌদ্ধ বোলা হৈছে। বাস্তবিক পক্ষত সেই কালত বৌদ্ধ কথাটো গালি আৰু নিন্দাবাচকহে হৈ পৰিছিল। ডাকৰ পুথি অসমৰ অসমীয়া পুথি। তাত 'বঙ্গভাষা ও সাহিত্য'ৰ গ্ৰন্থকাৰে বৌদ্ধ ধৰ্ম্মৰ যিবোৰ চিন বিচাৰি উলিয়াই তেওঁৰ সিদ্ধান্ত থিৰ কৰিছে সেই সিদ্ধান্তও থিৰ হব নোৱাৰে, কাৰণ অসমত বৌদ্ধধৰ্ম্মৰ প্ৰচাৰ নাছিল বুলিলেই হয়। অসমত ওপৰাউপৰিকৈ নানা পন্থীয়া হিন্দু ধৰ্ম্ম প্ৰচাৰৰহে অলেখ প্ৰমাণ পোৱা যায়। শঙ্কৰদেৱেও অসমত বৌদ্ধেৰে সৈতে যুঁজিবলগীয়া হোৱা নাছিল। হীনাচাৰী লোভী আৰু শাস্ত্ৰৰ অপ্ৰকৃত অৰ্থকৰী ব্ৰাহ্মণসকলেৰে সৈতেহে তেওঁৰ তৰ্ক চলিছিল। শঙ্কৰদেৱে অসমত দুজনহে বৌদ্ধ 'টাটকীয়া' লগ পাইছিল বুলি চৰিত-পুথিত আছে।

এইবিলাক যি নহওক হিউয়েনচাঙৰ বিবৰণৰ পৰা আমি আৰু

এটা কথা পাওঁ। তেওঁ যেনে তেনে পৰিব্ৰাজক নহয়। তেওঁ প্ৰগাঢ় পণ্ডিত আৰু পৰম জ্ঞানী বৌদ্ধ পণ্ডিত আছিল। ৬০৩ খৃষ্টাব্দত চীনৰ অন্তৰ্গত হোনান প্ৰদেশৰ চিন লিউ নগৰত হিউয়েনচাঙৰ জন্ম হয়। হিউয়েনচাঙৰ তিনিজন ককায়েক আছিল। তেওঁৰ মাজুজন ককায়েক চাংচিয়ে তেওঁক সৰুতে বিদ্যাশিক্ষাৰ নিমিত্তে লোইয়াং চহৰলৈ লৈ যায়। তেৰ বছৰ বয়সত হিউয়েনচাঙে বৌদ্ধ শ্ৰমণ ব্ৰত গ্ৰহণ কৰে; আৰু বিছ বছৰ বয়সত ভিক্ষু হৈ, তেওঁক পঢ়াবলৈ উপযুক্ত অধ্যাপক বিচাৰি চাংগানলৈ আহে। ইয়াত থাকোঁতেই তেওঁ ভাৰতবৰ্ষলৈ আহি লেখা-পঢ়া কৰিবৰ সঙ্কল্প কৰি, ছাব্বিছ বছৰ বয়সত চাংগান এৰি ৬২৯ খৃষ্টাব্দত ভাৰতবৰ্ষ পায়হি। ৬২৯ খৃষ্টাব্দৰ পৰা ৬৪৫ খৃষ্টাব্দলৈকে তেওঁ ভাৰতবৰ্ষত থাকে। ইয়াৰ পিছত তেওঁ নিজৰ নিজৰ দেশলৈ উভতি গৈ ভাৰতবৰ্ষম পৰা লৈ যোৱা পুথিবিলাকৰ চীনা ভাষাত ভাঙনি কৰে। ৬৬৪ খৃষ্টাব্দত হিউয়েনচাঙৰ মৃত্যু হয়। ভাৰতবৰ্ষৰ পৰা উভতি যাওঁতে তেওঁ তলত লিখা পুথি আৰু বস্তুবোৰ লগত লৈ যায়।

(১) বুদ্ধদেৱৰ শৰীৰৰ পাঁচশ বিধ স্মৰণ-চিহ্ন (relics)।

(২) বুদ্ধদেৱৰ দুখন সোণৰ মূৰ্ত্তি। তিনিখন চন্দন কাঠৰ মূৰ্ত্তি আৰু এখন ৰূপৰ মূৰ্ত্তি।

(৩) ১২১খন মহাযান বৌদ্ধ সূত্ৰ পুথি।

(৪) ৬২০ খন আন আন পুথি।

এই বস্তুবোৰ বৈ লৈ যাবলৈ ২২টা ঘোঁৰা লাগিছিল।

চীন সম্ৰাটৰ আজ্ঞাত হিউয়েনচাঙে ৬৫৭খন সংস্কৃত পুথি চীনা ভাষালৈ ভাঙে। তেওঁ টাটাং চিইউকি নামে বাৰখন কিতাপ লেখিছিল। সেই অমৰ কিতাপবোৰত নানা দেশৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, উৎপন্ন দ্ৰব্য, জাতি-বিভাগ, বৌদ্ধধৰ্ম্ম সংক্ৰান্ত গূঢ় বিষয়বোৰ ইত্যাদি কথা তেওঁ লেখি থৈ গৈছে।

টাছুৱানচাং ৰজাৰ মন্ত্ৰী চাংইৱে হিউয়েনচাঙৰ চিইউকি কিতাপৰ পাতনিত লেখিছে—"ত্ৰিপিটক পাৰদৰ্শী হিউয়েনচাং নামে এজন পণ্ডিত

আছিল। তেওঁ সাধাৰণতঃ চিন্‌চি নামে খ্যাত আছিল। স্বভাৱৰ সৌন্দৰ্য্য আৰু পুণ্য তেওঁৰ গাত বিদ্যমান আছিল।... তেওঁৰ জ্ঞান সুগভীৰ আছিল।...... তেওঁৰ সুযশ দিক্‌দিগন্ত ব্যাপৃত হৈছিল। ... সকলো বিষয় বিবেচনা কৰি তেওঁ ইন্দ্ৰিয় সুখত বিৰত।......হাতী বা অসুৰ যেনেকৈ জীৱবিলাকৰ ভিতৰত ডাঙৰ, তেৰোঁ সেইদৰে মানুহবোৰৰ ভিতৰত শ্ৰেষ্ঠ। যেনেকৈ সাৰস আৰু শেন চৰাই আন চৰাইবোৰতকৈ আকাশত ওখত উৰিব পাৰে, তেৰোঁ সেইদৰে বিদ্যাৰ আকাশত সকলোৰে ওপৰত বিচৰণ কৰিছিল। কি ৰাজদৰবাৰত, কি গহন বনত, সকলো ঠাইতে তেওঁ বিদ্যাৰ গৌৰৱেৰে পৰিচিত আছিল।......তেওঁ ছাত্ৰ অৱস্থাত পঢ়াত বৰ মনোযোগী আছিল। এক মুহূৰ্ত্তও তেওঁ অপব্যয় নকৰিছিল।......তেওঁ সকলো বিদ্যাত পাৰদৰ্শী হৈ শেহত বেদ অধ্যয়নত মন দিছিল। শুভ ক্ষণত হাতত লাখুটি লৈ তেওঁ যাত্ৰা কৰিলে।......তেওঁৰ তুলনাত পোওৰা (১) আৰু ফাহিয়েনে (২) অলপ দেশহে দেখিছিল। হিউয়েন্‌চাঙে যিবিলাক দেশ ফুৰিছিল সেইবোৰ দেশৰ ভাষাকে তেওঁ আয়ত্ত কৰিছিল।...... এইদৰে তেওঁ ভাৰতীয় পুথিবোৰ শুদ্ধ কৰিবলৈ আৰু ভাৰতীয় লেখকসকলক অতিক্ৰম কৰিবলৈ সক্ষম হৈছিল। এইবোৰ পুথি তেওঁ তালপাতত লেখি নকল কৰি নিজৰ দেশলৈ লৈ আনিছিল।" ইত্যাদি। হিউয়েন্‌চাঙে তেওঁৰ কিতাপত ভাৰতবৰ্ষীয় ভাষাৰ আৰু বৰ্ণমালাৰ কথা এইদৰে লেখিছে।—"ভাৰতবৰ্ষীয় বৰ্ণমালা ব্ৰহ্মদেৱৰ দ্বাৰাই ৰচিত হৈছিল আৰু সেই সময়ৰ পৰাই প্ৰচলিত হৈ আছে। এই বৰ্ণমালা লেখত ৪৭ আৰু দেশ-কাল-পাত্ৰ অনুযায়ী শব্দ ৰচনাৰ উপযোগীভাৱে সংযুক্ত। এই বৰ্ণমালা নানা দেশৰ নানা ভাষাত প্ৰচলিত হৈছে আৰু সেই বাবেই দেশভেদে উচ্চাৰণৰ ব্যতিক্ৰম দেখা যায়, কিন্তু

(১) এওঁ প্ৰথম চীন পৰ্য্যটক। আচল নাম চাংকিয়েন।

(২) এইজন চীন পৰ্য্যটক ৩৯৯ খৃষ্টাব্দৰ পৰা ৪১৯ খৃষ্টাব্দলৈকে বিছ বছৰ ভাৰতত আছিল।

দুজন মাথোন লৈ গৈছিল। বৃন্দাবনত ৰূপ আৰু সনাতনৰে সৈতে তেওঁৰ দেখা হৈছিল বুলি বৰদোৱাৰ চৰিত্ৰ-পুথিত আছে,—"ৰূপ সনাতনে হৰিব্যাসৰ ওচৰত বস্তু লাভ কৰিছিল। ৰূপ সনাতন পূৰ্ব্বে বিধৱা ব্ৰাহ্মণীৰ পুত্ৰ আছিল। যৱন ৰাজাৰ পুত্ৰ নোহোৱা গতিকে তেওঁলোক দুইজনক নি ৰূপক ৰজা পাতে। ৰূপে কিছুদিন ৰাজকাৰ্য্য কৰি বিৰক্ত হোৱাত সুখভোগ পৰিত্যাগ কৰি পৰ্ব্বতৰ গহ্বৰত সোমাই থাকি ঈশ্বৰ-চিন্তা কৰি জ্ঞান লাভ কৰে। বৃন্দাবনলৈ যোৱা যাত্ৰীৰ আগত ৰূপে সনাতনলৈ বাতৰি কৈ পঠিয়ালে যে আৰু ৰাজভোগ কৰাৰ আৱশ্যক নকৰে। সোণকালে বিষয়-বিষ পৰিত্যাগ কৰি সনাতন গুচি আহক। সনাতনে খবৰ পোৱা মাত্ৰকে দুটোপোলা সোণ-ৰূপ লৈ ৰূপক বিচাৰি পালেহি। আন দিন খোৱা বস্তু মিলে, সেই দিনা একো বস্তু নোপোৱাত ৰূপে সনাতনক সুধিলে, কিবা মায়াজনক বস্তু অনা হৈছে। ৰূপে কলে পৰিত্যাগ কৰা। ৰূপৰ কথা শুনি সনাতনে এটা ইবোৰ সোণৰূপ পেলাই দিছে।"

চৈতন্য-চৰিতামৃত গ্ৰন্থত আছে যে চৈতন্যইহে ৰূপ সনাতনক ধৰ্ম্ম দিছিল। তেওঁলোকৰ ঘৰ ৰামকেলি গ্ৰামত আছিল। ৰূপে ৰাজকাৰ্য্য পৰিত্যাগ কৰি মনে মনে গুচি গৈ প্ৰয়াগত চৈতন্যেৰে সৈতে দেখা কৰাত চৈতন্যই তেওঁক অনুগ্ৰহ কৰি বৈষ্ণৱ ধৰ্ম্মৰ তত্ত্ব ব্যাখান কৰি তাৰ পৰা বৃন্দাবনলৈ পঠিয়াই দিলে। ৰূপে ককায়েকক ৰাজকাৰ্য্য পৰিত্যাগ কৰি বৃন্দাবনলৈ গুচি আহিবলৈ চিঠি লেখি মাতি পঠিয়াইছিল। সনাতনো বঙ্গাধিপতিৰ সভাৰ ভূষণ স্বৰূপ আছিল। তেৱোঁ ধন-সম্পত্তি বিষয় পৰিত্যাগ কৰি বৈৰাগ্য লক্ষ্মীক আশ্ৰয় কৰিছিল। ৰূপ যোৱাৰ পিছত তেওঁ ৰাজকাৰ্য্য নকৰি ভাগৱত শাস্ত্ৰাদি পাঠ কৰি ঘৰতে বহি থকা বাবে ৰজাই খং কৰি তেওঁক বন্দী কৰি থৈছিল। দহ হাজাৰ টকা দিহে তেওঁ মুকলি হৈ বৃন্দাবনলৈ গুচি গৈ ৰূপৰ লগ ধৰিছিল গৈ।

---

আনো লোক যত, সবাকো ৰঞ্জত, যাক যথোচিত ভাৱে।
সদয় হৃদয়, যেন জলময়, কৃপালু গুণ স্বভাৱে। —দৈত্যাৰি।

শঙ্কৰ-চৰিত্ৰত সংক্ষেপকৈ লেখা ৰূপ সনাতনৰ কথাৰে সৈতে চৈতন্য-চৰিত্ৰত বাহুল্যকৈ লেখা ৰূপ সনাতনৰ কথাৰ মিল থকা বিষয় কেইটাত আছে। (১) ৰূপ সনাতন গৌড়ৰ যৱন ৰজাৰ সভাৰ বৰ ডাঙৰ বিষয়া আছিল। (২) তেওঁলোক বৰ চহকী আছিল। (৩) তেওঁলোক হীন জাতৰ মানুহ আছিল। (৪) তেওঁলোকে বৃন্দাবনত বাস কৰি কৃষ্ণভক্তি-কৃষ্ণলীলা প্ৰচাৰ কৰিছিল। চৈতন্যদেৱক লগ পোৱাৰ আগৰে পৰা তেওঁলোক মহাবৈষ্ণৱ, ভাগৱত শাস্ত্ৰত সুনিপুণ, কৃষ্ণভক্তি আৰু বৃন্দাবনৰ কৃষ্ণলীলা ৰসামৃতত তেওঁলোকৰ মন মগন আছিল। কিন্তু আমি এইটো কথাৰ সামঞ্জস্য কৰিব পৰা নাই যে শঙ্কৰদেৱে প্ৰথমবাৰ তীৰ্থভ্ৰমণ কৰিবলৈ যাওঁতে যদি ৰূপ সনাতনেৰে সৈতে তেওঁৰ দেখা হৈছিল, তেন্তে ৰূপ সনাতনে কেনেকৈ চৈতন্যৰ পৰা বৈষ্ণৱ ধৰ্ম্ম পালে আৰু কেনেকৈ চৈতন্যৰ আজ্ঞাত তেওঁলোকে তেতিয়া বৃন্দাবনত বাস কৰিলে। শঙ্কৰদেৱৰ চৰিত্ৰ-পুথিত আছে যে তেওঁ ২৩ বছৰ বয়সত প্ৰথমবাৰ তীৰ্থলৈ যায়; ২৩ বছৰত তেওঁ তীৰ্থলৈ যোৱাটো বৰ আগ বুলি যদি কোনোৱে ভাবে তেন্তে এইটো ঠিক বুলি ধৰিব পাৰি যে অন্ততঃ তেওঁৰ ২৮।৩৯ বছৰ বয়সৰ ভিতৰত শঙ্কৰদেৱ এইবাৰ তীৰ্থ কৰিবলৈ ওলাইছিল। এইবাৰ তেওঁ বাৰ বছৰ তীৰ্থভ্ৰমণ কৰিহে ঘৰলৈ উভতি আছে। চৰিত্ৰ-পুথিত আছে যে শঙ্কৰদেৱ অযোধ্যাৰ পৰা উভতি আহি বৃন্দাবন পালত তাতে এদিন সোঁফালে তেওঁৰ গাত এটা মেকণ হৈছিল। সেই মেকণটো এৰাতি থাকি নাইকিয়া হলত লগৰ ভকতসকলে তেওঁক তাৰ কাৰণ সোধাত তেওঁ কলে যে—"আমাৰ অৰ্দ্ধ শৰীৰ এজন জন্ম হৈছে।" সেই দিনাই লেটেকুপুখুৰীত হৰশিঙা বৰাৰ ঘৰত গোবিন্দ বা বৰকণা গিৰিৰ ঔৰষত মনোৰমাৰ গৰ্ভত মাধৱদেৱৰ জন্ম হয়। মাধৱদেৱৰ জন্ম ১৪১১ শক, জেঠ মাহ, পূৰ্ণিমা তিথি ৰবিবাৰ। ইয়াৰ দ্বাৰাই এইটোৰ জনা গল যে ১৪১১ শকত শঙ্কৰদেৱ বৃন্দাবনত আছিল। শঙ্কৰদেৱৰ জন্মৰ শক ১৩৭১। সেইদেখি তেওঁৰ ৪০ বছৰ বয়সত শঙ্কৰ বৃন্দাবনত থকাটো পোৱা গল। তেতিয়া চৈতন্য ৪৫

বছৰীয়া লৰা। সনাতনৰ জন্ম ১৪৮৮ আৰু মৃত্যু ১৫৫৮ খৃষ্টাব্দ, ৰূপৰ ১৪৮৯ আৰু মৃত্যু ১৫৬৩ খৃষ্টাব্দ বুলি উল্লেখ আছে। এই তাৰিখ যদি সঁচা হয় তেন্তে এইবাৰ শঙ্কৰদেৱ বৃন্দাবনত থাকোঁতে সনাতন এবছৰীয়া লৰা আৰু ৰূপ উপজিছিলহে মাথোন। শঙ্কৰদেৱ দ্বিতীয় বাৰ মাধৱদেৱ আদিৰে সৈতে তীৰ্থভ্ৰমণ কৰিবলৈ যাওঁতে ৰূপ সনাতনেৰে সৈতে তেওঁৰ দেখা হোৱা যে নাছিল সেইটো থিৰাং কাৰণ এইবাৰ শঙ্কৰদেৱৰ স্ত্ৰীৰ বিশেষ অনুৰোধত মাধৱদেৱে শঙ্কৰদেৱক বৃন্দাবনলৈ যাবলৈ নিদিয়াকৈ ৰাখিলে আৰু বাটত ৰূপ সনাতনৰ ভাগিনৰ সৈতেহে তেওঁলোকৰ দেখা হৈছিল। চৈতন্যেৰে সৈতে ৰূপ সনাতনৰ প্ৰথম দেখা হোৱাৰ আগৰে পৰা যে তেওঁলোকৰ পৰম বৈষ্ণৱ আৰু কৃষ্ণ-প্ৰেমিক, সেইটো চৈতন্যেৰে সৈতে তেওঁলোকৰ প্ৰথম সম্ভাষণ হোৱাৰ বিবৰণ চৈতন্য-চৰিতামৃতত যি আছে তাক পঢ়িলেই বুজিব পাৰি সেই-দেখি তেওঁলোকে হৰিব্যাসৰ পৰা তাৰ আগেয়েই ধৰ্ম্ম পোৱা অৰ্থাৎ হৰিব্যাসৰ ওচৰত বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত হোৱা বুলি যে অসমীয়া শঙ্কৰ চৰিত্ৰ-পুথিত আছে তাত বিশ্বাস স্থাপন নকৰিবৰ বিশেষ কাৰণ নাই। অৱশ্যে পিছত চৈতন্যেৰে সৈতে তেওঁলোকৰ বৃন্দাবনত, প্ৰয়াগত আৰু নীলাচলত দেখা হোৱাতো যে মহাপ্ৰেমিক মহাবৈষ্ণৱ চৈতন্যদেৱৰ প্ৰতি তেওঁলোকৰ প্ৰগাঢ় ভক্তি জনমিছিল, সেইটো অনায়াসে অনুমান কৰিব পাৰি। বিশেষ তেওঁলোক নীচ জাতৰ হোৱাতো পৰম বৈষ্ণৱ জানি চৈতন্যদেৱে তেওঁলোকক অনেক বাৰ আঁকোৱালি ধৰাত ব্ৰাহ্মণ চৈতন্যৰ প্ৰতি কৃতজ্ঞতাবিমিশ্ৰিত ভক্তিৰ ভাব তেওঁলোকৰ মনত উপজি তেওঁক তেওঁলোকে গুৰু সম্বোধন কৰাটোও খুব সম্ভৱ।

'চৈতন্য-চৰিতামৃত'ত আছে, চৈতন্যই যেতিয়া ৰূপক আৰু তেওঁৰ ভায়েকক আউলীগ্ৰামৰ বল্লভ ভট্টেৰে সৈতে দেখা কৰাই দিলে তেতিয়া

"দুই ভাই দূৰে হৈতে ভূমিতে পড়িয়া।
ভট্টে দণ্ডবৎ কৈল অতি হীন হৈয়া॥

ভট্ট মিলিবাৰে যায় দোহে পলায় দূৰে।
অস্পৃশ্য পামৰ মুঞি নাছুঁইহ মোৰে॥
ভট্ট বিস্ময় হৈল প্ৰভু হৰ্ষ মন।
ভট্টেৰে কহিলা প্ৰভু তাৰ বিবৰণ॥
ইহোঁ না স্পৰ্শিও ইহোঁ জাতি অতি হীন।
বৈদিক যাজ্ঞিক তুমি কুলীন প্ৰবীণ॥
ইহাৰ মুখে নিৰন্তৰ কৃষ্ণনাম শুনি।
ভট্ট কহে প্ৰভুৰ কিছু ইঙ্গিত ভঙ্গী জানি॥
ইহাৰ মুখে কৃষ্ণনাম কৰিছে নৰ্ত্তন।
এই দুই অধম নহে হয়ে সৰ্ব্বোত্তম॥
শুনি মহাপ্ৰভু তাৰে বহু প্ৰশংসিলা।
প্ৰেমাবেশ হঞা শ্লোক পড়িতে লাগিলা॥”

ৰূপ সনাতনে অনেক বৈষ্ণৱ পুথি কৰিছিল, কিন্তু সেইবোৰ সংস্কৃতত আৰু কৃষ্ণলীলা প্ৰেমৰস প্ৰচাৰৰ অৰ্থেহে, চৈতন্যলীলা প্ৰচাৰৰ বা ব্যাখ্যাৰ অৰ্থে নহয়। তেওঁলোকে

“নানা শাস্ত্ৰ আনি লুপ্ততীৰ্থ উদ্ধাৰিলা।
বৃন্দাবনে কৃষ্ণসেৱা প্ৰকাশ কৰিলা॥
সনাতন গ্ৰন্থ কৈল ভাগৱতামৃতে।
কৃষ্ণভক্তি কৃষ্ণতত্ত্ব জানি যাহা হৈতে॥
সিদ্ধান্তসাৰ গ্ৰন্থ কৈল দশম টিপ্পনী।
কৃষ্ণলীলা প্ৰেমৰস যাহা হৈতে জানি॥
হৰিভক্তিবিলাস গ্ৰন্থ কৈল বৈষ্ণৱ আচাৰ।
বৈষ্ণৱেৰ কৰ্ত্তব্য যাহা পাইয়ে পাৰ॥
আৰ যত গ্ৰন্থ কৈল তাহা কে কৰে গণন।
মদনগোপাল গোবিন্দেৰ সেৱা প্ৰকাশন॥
ৰূপ গোসাঁই কৈল ৰসামৃত সিন্ধুসাৰ।
কৃষ্ণভক্তি ৰসেৰ যাহা পাইয়ে নিস্তাৰ॥

উজ্জ্বল নীলমণি নাম গ্রন্থ আৰ।
কৃষ্ণৰাধা লীলা ৰস তাহা পাইয়ে পাৰ॥
দানকেলি-কৌমুদী আদি লক্ষ গ্রন্থ কৈল।
সেই সব গ্রন্থে ব্রজেৰ ৰস বিস্তাৰিল॥"

—চৈতন্য চৰিতামৃত

এইবিলাক যি নহওক, শঙ্কৰে প্ৰথমবাৰ তীৰ্থভ্ৰমণ কৰিবলৈ যাওঁতে বৃন্দাবনত ৰূপ সনাতনেৰে সৈতে তেওঁৰ দেখা হোৱা কথাত আমাৰ সন্দেহ আছে; সন্দেহ নালাগে, আমাৰ মনেৰে ৰৰদোৱাৰ পুথিৰ এই কথা ঠিকেই নহয়। শঙ্কৰদেৱে ৰূপ সনাতনক কেতিয়াও লগ পোৱা নাই। শঙ্কৰদেৱে তেওঁৰ শেহছোৱা জীৱনত, বৃন্দাবনত ৰূপসনাতনে কৃষ্ণভক্তি আৰু কৃষ্ণপ্ৰেম প্ৰচাৰৰ কথা শুনি তেওঁলোকক তেওঁৰ লগ পাবৰ আগ্ৰহ হোৱাটো নিশ্চয়। সেইদেখিহে তেওঁ দ্বিতীয়বাৰ তীৰ্থভ্ৰমণলৈ যাওঁতে তেওঁলোকক বৃন্দাবনত দেখা কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল; কিন্তু মাধৱদেৱৰ অনিচ্ছাৰ নিমিত্তে সেই কাৰ্য্য হৈ নুঠিল।

শঙ্কৰদেৱ বৃন্দাবনৰ পৰা মথুৰালৈ আৰু মথুৰাৰ পৰা বাৰাণসী, প্ৰয়াগ, সীতাকুণ্ড, বৰাহকুণ্ড আদিলৈ গৈ উত্তৰ-বাহিনী গঙ্গা পৰিদৰ্শন কৰি দ্বাৰকালৈ গৈছিল। দ্বাৰকাৰ পৰা অযোধ্যালৈ যায়। অযোধ্যাৰ পৰা আকৌ বৃন্দাবন পায়গৈ। শঙ্কৰদেৱ বৃন্দাবনত থাকোঁতেই অসমত লেতেকুপুখুৰীত হৰশিঙা বৰাৰ ঘৰত মাধৱদেৱৰ জনম হৈছে। তাৰ পৰা শঙ্কৰদেৱ বদৰিকাশ্ৰমলৈ গৈছিল। "মন মেৰি ৰামচৰণহি লাগু" এই গীতটি শঙ্কৰদেৱে বদৰিকাশ্ৰমতে ৰচনা কৰে।

এইদৰে শঙ্কৰদেৱে নানা তীৰ্থ ভ্ৰমণ কৰি বাৰ বছৰৰ মূৰত নিজৰ ঘৰ আলিপুখুৰীলৈ উভতি আহে। ইমান বছৰৰ মূৰত শঙ্কৰদেৱক পাই জ্ঞাতি-কুটুম্ব সকলোৱে আনন্দিত হৈ তেওঁক তেওঁৰ আগৰ আপোন কাৰ্য্য ভুঞাৰ বিষয় গ্ৰহণ কৰিবলৈ কলত তেওঁ উত্তৰ দিলে—"মোক বিষয় নালাগে। বহু কষ্ট কৰি শাস্ত্ৰ পঢ়ি সাৰ পাইছোঁ। ঈশ্বৰৰ নাম লৈ বহি

থাকিবৰহে মোৰ ইচ্ছা।" ইয়াৰ পিছত পিতৃদেৱ কুসুমবৰৰ সৰিয়হ-তলত শঙ্কৰদেৱে নামঘৰ, মণিকূট সজাই তিনি প্ৰসঙ্গ কৰি হৰিনাম শ্ৰৱণ-কীৰ্ত্তন কৰি সুখে কাল কটাবলৈ ধৰিলে। তীৰ্থৰ পৰা উভতি অহাৰ পিছত জ্ঞাতি কুটুম্বসকলৰ অনুৰোধত শঙ্কৰদেৱে পুনৰ বিবাহ কৰালে।

ত্ৰিহুতৰ জগদীশ মিশ্ৰ নামে এজন ব্ৰাহ্মণে জগন্নাথৰ আগত শ্ৰীমদ্ভাগৱত শাস্ত্ৰ পঢ়ি শুনাবৰ মনেৰে পুৰীলৈ গৈছিল। ব্ৰাহ্মণে তাতে জগন্নাথৰ পৰা স্বপ্নাদেশ পালে যে তেওঁ কামৰূপলৈ গৈ শ্ৰীশঙ্কৰদেৱক ভাগৱত শুনাওক। এই আদেশমতে ব্ৰাহ্মণ ছমাহে আহি টেম্বুৱানি বৰদোৱা পালেহি। শঙ্কৰদেৱ সেই সময়ত তেওঁৰ পেহাক কেতাইখাঁক চাবলৈ কেতাইখাঁৰ নগৰ গাংমৌলৈ গৈ তাতে তিনি দিন আছিল। ব্ৰাহ্মণে শঙ্কৰক বিচাৰি সুধি সুধি গাংমৌ পাই তাতে শঙ্কৰদেৱেৰে সৈতে দেখা কৰি ভাগৱত শাস্ত্ৰ পাঠ কৰি শঙ্কৰদেৱক শুনাবলৈ ধৰিলে। যি দিনাই ভাগৱত শুনোৱা শেষ হল, সেই দিনাই ব্ৰাহ্মণৰ তাতে মৃত্যু হল। সেই ভাগৱত শাস্ত্ৰ শঙ্কৰদেৱে পাই ভক্তি পন্থৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিলে। প্ৰথমতে তেওঁ ভাগৱতৰ পৰা সাৰ উদ্ধাৰ কৰি কীৰ্ত্তন পুথি ৰচনা কৰিলে। তাৰ পিছত গীত পদ ভটিমা চপয় আদি কৰিলে।*

ৰামৰায়কে আদি কৰি জ্ঞাতিসকলে শঙ্কৰদেৱক কলে যে, "আপুনি অনেক তীৰ্থত ভ্ৰমণ কৰি নানা ৰকম উৎসৱ দেখি আহিছে। আমাক এটি আমোদজনক উৎসৱ দেখুৱাওক।" এই কথা শুনি ফাগুন মাহৰ পূৰ্ণিমা

* বিচাৰ কৰিয়া পাছে ভাগৱত গ্ৰন্থ।
কৰিলন্ত শঙ্কৰে প্ৰকাশ ভক্তিপন্থ॥
হৰিত ভকতি আতি কৰিবে প্ৰবন্ধ।
প্ৰথমতে কৰিলন্ত কীৰ্ত্তনৰ ছন্দ॥
অনন্তৰে কিছু লোকে ভকতি ধৰিল।

তিথিত শঙ্কৰদেৱে বৃন্দাবনীয়া গোপালৰ দৌলোৎসৱ কৰি দেখুৱালে। তেতিয়াৰে পৰা অসমত ফল্গুৎসৱ বা ফাকুৱা প্ৰচলিত হল। কীৰ্ত্তন পুথিত ঠাই পোৱা "ৰঙ্গে ফাকু খেলে চৈতন্য বনমালী।

দুই হাতে ফাকুৰ গুণ্ডা সিঞ্চন্ত মুৰাৰি ॥"

ঘোষা আৰু পদ এই উপলক্ষে ৰচিত হৈছিল। জ্ঞাতি-বন্ধুসকলৰ অনুৰোধত শঙ্কৰদেৱে 'চিহ্নযাত্ৰা' ভাৱনা কৰিছিল। যেই ভাৱনালৈ গোলোকধামকে আদি কৰি সপ্তবৈকুণ্ঠৰ নক্সাৰে সৈতে শঙ্কৰে নিজ হাতে সুন্দৰ চিত্ৰপট আঁকি দিছিল। যাত্ৰাত বজাবলৈ খোল নামৰ বাদ্য কুমাৰৰ হতুৱাই গঢ়াই আৰু মুচিয়াৰৰ হতুৱাই ছিয়াই উলিয়াই দিছিল। আগেয়ে অসমত মৃদঙ্গহে প্ৰচলিত আছিল। শঙ্কৰদেৱে কপিলীমুখৰ কুমাৰক মতাই আনি খোল গঢ়াবলৈ নমুনা দি কিছুমান মাটিৰ খোল প্ৰস্তুত কৰালে আৰু শালমৰা গাঁৱৰ মুচিয়াৰক মতাই খোলবোৰ ছিয়াই দি তাত লোৰ গুৰি আৰু কৰ্কৰা ভাতৰ কৰাল দি কেনেকৈ ঘুন দিব লাগে সেই পৰ্য্যন্ত তেওঁ দেখুৱাই দিলে। কঁহাৰৰ হতুৱাই মন্দিৰা, খুটিতাল, বৰতালকে আদি কৰি অনেক বিধৰ তাল প্ৰস্তুত কৰালে। ভায়েক বনগঞাগিৰীক গায়ন আৰু নিজে বায়ন হৈ, সৰ্ব্বজয় আৰু কমলিধৰা পৰমানন্দক নটুৱা পাতি আৰু আন আন সকলোকে ভাও ভগাই দি সেই ভাৱনা কৰালে। এয়েই অসমত প্ৰথম ভাৱনা আৰু খোল-তাল আদি বাদ্যৰ প্ৰচলন।

কছাৰীবিলাকেৰে সৈতে ভূঞাসকলৰ বিৰোধ চলি থকাত অশান্তি হোৱা বাবে শঙ্কৰদেৱ প্ৰমুখ্যে ভূঞাসকল বৰদোৱা এৰি গাংমৌত বসতি কৰে। ৬৭ বছৰ বয়সত শঙ্কৰদেৱে বৰদোৱা এৰি গাংমৌলৈ যায়। বৰদোৱাত থাকোঁতেই শঙ্কৰদেৱে কীৰ্ত্তন-পুথি ৰচনা কৰে আৰু অনেক গীত ভটিমা নাট আদি ৰচনা কৰি সত্ৰ পাতি শিষ্য ভজাই ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰে। গাংমৌত শঙ্কৰদেৱে নামঘৰ মণিকূট আদি সজাই সত্ৰ পাতি ধৰ্ম্ম প্ৰচাৰ কৰি পাঁচ বছৰ থকাৰ

পিছত তাত ডফলাই দৌৰাত্ম্য কৰাত তাৰ পৰা উঠি গৈ চাঙ্গনি নামে ঠাইত ছমাহ আছিল। তাতো সত্ৰৰ বিশেষ সুবিধা নোহোৱা বাবে ভাল ঠাই বিচাৰি ধুৱাহাট বা বেলগুৰিলৈ গৈ তাত সত্ৰ পাতি থাকে। হাখিয়া দলৈকে আদি কৰি জনদিয়েক বঙহৰ মানুহৰ ব্যৱহাৰত বিৰক্ত হৈ শঙ্কৰদেৱ কোমোৰাকটা নামে ঠাইত ছমাহ আছিলগৈ। পিছত জ্ঞাতিসকলে কাবৌকোকালি কৰি মতাত ছমাহৰ মূৰত তেওঁ আকৌ বেলগুৰিলৈ আহে।

শঙ্কৰদেৱে ধুৱাঁহাটত থাকোঁতে মাধৱদেৱেৰে সৈতে তেওঁৰ মিলন হয় আৰু মাধৱদেৱে শঙ্কৰক গুৰু মানি তেওঁৰ শিষ্য হয়। শঙ্কৰদেৱে যদিও মাধৱদেৱেৰে সৈতে মিলন হোৱাৰ আগেয়ে ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি অনেকক শিষ্য কৰি নামধৰ্ম্ম প্ৰচাৰ কৰিছিল, তথাপি মাধৱদেৱেৰে সৈতে লগ লাগিবৰ পৰা সেই ধৰ্ম্ম প্ৰচাৰৰ বল অনেক গুণে বাঢ়িল। মাধৱদেৱ, মাধৱদেৱৰ বৈনাই ৰামদাস, ৰামৰাম গুৰু, ৰত্নাকৰ কন্দলি, ব্যাসকলাই বাপু আদি ভক্তসকলেৰে সৈতে শঙ্কৰদেৱে হৰিসংকীৰ্ত্তনৰ ধলেৰে উজনি অসম বুৰাই পেলাইছিল। (১) "শঙ্কৰদেৱে ৰত্নাকৰ কন্দলিক (২) প্ৰত্যহ গীতা পাঠ কৰিবলৈ দিয়ে। ব্যাসকলায়ে

(১) "ৰাম ৰাম গুৰু ৰামদাস ওজা দুই।
মাধৱে কীৰ্ত্তন কৰা ডাইনা পালী দুই॥
গগণ মণ্ডল ছোৱে কীৰ্ত্তনৰ ধ্বনি।
আনন্দ সাগৰে লোকে মজে তাক শুনি॥
স্বভাৱে কীৰ্ত্তন ঘোষা পৰম সুন্দৰ।
এখনো মিলয় শুনি আনন্দ লোকৰ॥
তাতে আৰো ঈশ্বৰে আপুনি তাল ধৰি।
গাৱন্ত মহিমা তাৰ কোনে কৈবে পাৰি॥
আগতে শঙ্কৰদেৱ থাপন্ত সাক্ষাত।
মিলে জানা আনন্দ অপৰিমিত তাত॥'

—দৈত্যাৰি ঠাকুৰ।

হৰিধ্বনি কৰি সকলোকে ৰামনাম বোলাই তাৰ অৰ্থ ব্যাখ্যা কৰি দিয়ে। এইদৰে শঙ্কৰে প্ৰচাৰ কৰা হৰিভক্তি মানুহৰ মাজত চলাত পূজা অৰ্চ্চনা আদি বামুণীয়া কামৰ ব্যাঘাত হবলৈ ধৰিলে। সেইদেখি ব্ৰাহ্মণসকলে অসূয়া কৰি শঙ্কৰৰ নামে আহোম ৰজা চুহুমুং স্বৰ্গদেৱৰ ওচৰত গোচৰ দিলে। ৰজাৰ ওচৰত শঙ্কৰদেৱৰ জয় আৰু ব্ৰাহ্মণ-সকলৰ পৰাজয় ঘটিল।

একালত অসম ৰজাৰ হাতী ধৰিবৰ মন হল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ হাতী ধৰিবৰ নিমিত্তে লোকজন পঠিয়ালে। ভূঞাসকলক হাতী খেদা পাল দিলে। শঙ্কৰৰ বংশীয় ভূঞাসকলে যিফালে পাল পাইছিল, দুৰ্ভাগ্যবশতঃ সেই ফালেই হাতী ভাগি গল। এই দোষত শঙ্কৰদেৱকে প্ৰমুখ্য কৰি ভূঞাসকলক ধৰি নিবলৈ ৰজাৰ আদেশ হল।

---

(২) "ৰত্নাকৰ কন্দলি পঢ়ন্ত গীতাতয়।
বিপ্ৰাসকলাই নামে জনেক আছয়॥
তান্ক সম গুণী নাই জাতিত ব্ৰাহ্মণ।
শঙ্কৰদেৱত তেহোঁ লৈয়াছে শৰণ॥
দুই চাৰি শ্লোক গৈলে গীতাৰ নিশ্চয়।
থিয় হুয়া সিটো সব সভাত কহয়॥
হে সভাসদলোক থিৰ কৰি মন।
শুনা সাৱধানে ইটো কৃষ্ণৰ বচন॥
এহি বুলি সিটো সবে লোকক শুনাই।
গীতাৰ অৰ্থক কহে সভাত বুজাই॥
ওপৰক দুয়ো হাত তুলি উচ্চ কৰি।
বোলে ঘনে ঘনে সবে বোলা হৰি হৰি॥
সব লোকে ঝোট ঝোট কৰে হৰি ৰাৱ।
সবাৰো মনত মহা আনন্দ উৎসৱ॥
কতোক্ষণ ভৈলে কৰি গীতা সম্বৰণ।
হৰিষে কৰন্ত সবে গৃহক গমন॥"

—দৈত্যাৰি ঠাকুৰ।

শঙ্কৰদেৱকে আদি কৰি ভূঞাসকল পলাই সাৰিল, কিন্তু শঙ্কৰদেৱৰ জোঁৱায়েক হৰি আৰু মাধৱদেৱ ধৰা পৰিল বজাই মাধৱদেৱক লৰা-তিকতা নথকা উদাসীন দেখি এবছৰ বন্দী কৰি থৈ এৰি দিলে, আৰু হৰি জোঁৱাইক কটালে। * অসম ৰজাৰ এই দৌৰাত্ম্যত ঘৃণা প্ৰকাশ কৰি শঙ্কৰদেৱে উজনি অসম পৰিত্যাগ কৰি জ্ঞাতি-কুটুম্ব-সকলেৰে সৈতে ভটীয়াই গুচি গল। তেওঁ ভটীযাই গৈ ক্ষেত্ৰি মৌজাৰ কাপালা নামে ঠাইত সত্ৰ পাতি ছমাহ আছিল; কিন্তু সেই ঠাইত লগৰীয়া অনেক ভকতৰ জ্বৰ-নৰিয়া হৈ মৃত্যু হোৱাত চূণপোৰাত সত্ৰ পাতি বলগৈ। শঙ্কৰদেৱে চূণপোৰাত ছমাহ থাকি আচল পাই তাৰ পৰা মৰিকুচিত সত্ৰ পাতি তাত এবছৰ থাকি, অসুবিধা পাই তাৰ পৰা পাটবাউসীলৈ গৈ তাত সত্ৰ পাতি আছিল।

ইয়াৰ পিছত শঙ্কৰদেৱে দ্বিতীয় বাৰ তীৰ্থভ্ৰমণ কৰিবলৈ গৈছিল। লগত মাধৱদেৱকে আদি কৰি ১০০।১৫০ ভকত গৈছিল। এই বাৰ তেওঁ যাওঁতে কবিৰৰ মঠ দৰ্শন কৰিছিল। জগন্নাথত চৈতন্যদেৱেৰে সৈতে তেওঁৰ দেখা হৈ অনেক শাস্ত্ৰালাপ হৈছিল। পুৰীৰ পৰা বৃন্দাবনলৈ শঙ্কৰদেৱ যাব খোজাত মাধৱদেৱে নাযাওঁ বুলি কোৱাত যোৱা নহল। তীৰ্থৰ পৰা উভতি আহি শঙ্কৰদেৱে পাটবাউসীতে নিগাজী সত্ৰ থাপন কৰি শ্ৰীমদ্ভাগভৱত শাস্ত্ৰৰ স্থূল মৰ্ম্মানুসাৰে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি আছিল হিড়িম্বৰ ৰজাই শঙ্কৰৰ প্ৰচাৰিত ধৰ্ম্ম গ্ৰহণ কৰিবৰ ইচ্ছা প্ৰকাশ কৰাত, মাধৱদেৱৰ হতুৱাই শঙ্কৰদেৱে সেই ৰজাক ধৰ্ম্ম দিয়াইছিল। চিলাৰায় দেৱানে ৰামৰায় আতাৰ কন্যা ভুৱনেশ্বৰী

---

* হৰি জোঁৱাইক কাটিবৰ সময়ত মাধৱদেৱে এই গীতটি গাই তেওঁক নাম সোঁৱৰাইছিল—

"ছয়ো ভাই সাৱধান।
যাবে নতু ছুটে প্ৰাণ॥
গোবিন্দৰ ফৰমাণ।
নিকট মিলাবে জান॥" ইত্যাদি।

পত্নীৰ পৰা শঙ্কৰৰ গুণশীল শুনি শঙ্কৰক মতাই নি বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰি শঙ্কৰদেৱৰ শিষ্য হল। শঙ্কৰৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱ বেছি হৈ ব্ৰাহ্মণসকলৰ অৱলম্বিত তন্ত্ৰোক্ত ক্ৰিয়াকলাপৰ ব্যাঘাত হোৱাত ব্ৰাহ্মণসকলে শঙ্কৰদেৱক দ্বেষ কৰিবলৈ ধৰিলে। কোচবেহাৰৰ ৰজা নৰনাৰায়ণক ব্ৰাহ্মণসকলে শঙ্কৰৰ বিপক্ষে নানা কথা লগাবলৈ ধৰাত পাটবাউসীৰ পৰা ৰজাই শঙ্কৰদেৱক ধৰাই নিবলৈ মানুহ পঠিয়াইছিল এই বাতৰি পাই তাৰ আগেয়েই চিলাৰায় দেৱানে শঙ্কৰদেৱক লৈ গৈ নিজৰ ঘৰত থৈছিল। তাৰ পিছত দেৱানৰ ঘৰৰ পৰা আহি শঙ্কৰদেৱে ৰজাক সাক্ষাৎ কৰাত শঙ্কৰদেৱৰ পাণ্ডিত্য আৰু ধৰ্ম্মজ্ঞান দেখি ৰজাই তেওঁৰ প্ৰতি ভক্তিযুক্ত হৈ ব্ৰাহ্মণসকলৰ ওপৰত বিৰক্তি প্ৰকাশ কৰিছিল। ইয়াৰ পিছত শঙ্কৰদেৱৰ পৰম অনুৰাগী হৈ পৰিছিল। ৰজাৰ দৰবাৰত ব্ৰাহ্মণসকলৰ ওপৰত জয়লাভ কৰি শঙ্কৰদেৱ পাটবাউসীলৈ উভতি আহিল। ইয়াৰ পিছত নৰনাৰায়ণ ৰজাই শঙ্কৰদেৱক আকৌ এবাৰ কোচবেহাৰলৈ মতাই নিছিল। এইবাৰো শঙ্কৰদেৱে ৰজাৰ ওচৰত ছমাহ থাকি পাটবাউসীলৈ উভতি আহিল। কিছু দিনৰ পিছত ৰজাই আকৌ শঙ্কৰদেৱক নিবলৈ মানুহ পঠিয়াই নিজৰ ওচৰলৈ লৈ গল। এই বাৰ ৰজাই শঙ্কৰদেৱৰ ওচৰত শৰণ লৈ শিষ্য হবৰ ইচ্ছা প্ৰকাশ কৰাত প্ৰথমতে শঙ্কৰদেৱে অনিচ্ছা প্ৰকাশ কৰাতো ৰজাই নেৰাত সন্মত হৈ 'আজি ব্ৰতে উপবাসে থাকক. কাইলৈ যি হয় কৰা যাব" বুলি কৈ বহালৈ উভতি আহিল। পিছ দিনা শঙ্কৰদেৱৰ যোৱাত পলম হোৱাত ৰজাই দোলা পঠিয়াই তেওঁক লৈ যাবলৈ মানুহ পঠিয়াই দিলে। ৰজাৰ মানুহে দোলা লৈ অহা দেখি শঙ্কৰদেৱে কলে যে "বাৰু যাব লাগে যদি ভালকৈয়ে যাম।" এই বুলি তেওঁ হাত-মুখ ধুই নতুন কাপোৰ পিন্ধি অশ্বত্থ গছৰ তলত যোগাসনত বহি

(১) "পাৰে পৰি হৰি, কৰোঁহো কাতৰি,
প্ৰাণ ৰাখবি মোৰে।

বিষয় বিষধৰ, বিষে জৰজৰ,
জীৱন নাৰহে থিৰে ॥”

(২) “মন মেৰি ৰাম চৰণহি লাগু,
তই দেখনা অন্তক আগু ॥”

(৩) “পামৰ মন ৰাম চিন্তক দেহু।
অথিৰ জীৱন, ৰাম মাধৱকেৰি নাম
মৰণক সম্বল লেহু।”

এই তিনটা গীত গাই নাম উচ্চাৰণ কৰি ১৪৯৮ শকৰ ভাদ মাহৰ শুক্লা দ্বিতীয়া তিথিত প্ৰাণত্যাগ কৰিলে। শঙ্কৰদেৱৰ এনে মৃত্যুৰ বাতৰি শুনি নৰনাৰায়ণ ৰজাই অনেক শোক কৰি কৈছিল—“মই অধমৰ নিমিত্তেই গুৰুজন চলিল; নতুবা তেখেত আৰু বা কত দিন থাকিলহেঁতেন?” কিছু বেলিৰ মূৰত ৰজাই শোক সম্বৰণ কৰি ৰাজভঁৰালৰ পৰা চন্দনকাষ্ঠ ঘৃতাদি বস্তু দিয়াই মহাসমাৰোহেৰে শঙ্কৰদেৱৰ দাহনাদি কাৰ্য্য কৰালে।

---

* ২য় বছৰৰ ‘বাঁহী’ত ছোৱা ছোৱাকৈ প্ৰকাশিত :—

(১) ২য় সংখ্যা—পুহ, ১৮৩২ শক

(২) ৩য় সংখ্যা—মাঘ, ১৮৩২ শক

(৩) ৪র্থ সংখ্যা—ফাগুন, ১৮৩২ শক

(৪) ৫ম সংখ্যা—চৈত্ৰ, ১৮৩২ শক

(৫) ৬ষ্ঠ সংখ্যা—বহাগ, ১৮৩৩ শক

# পুৰণি অসমৰ জিলিঙনি

আজিকালি যাক আমি অসম বোলোঁহক পুৰণি কালত সি কি আৰু কেনে আছিল, জানিবৰ হেঁপাহ অসমীয়া মাত্রকৰে হয়। সেই কালৰ অসমো আজিকালিৰ অসমৰ নিচিনা লেলোৱাধেন্দোৱা আছিল নে বলী, তেজী আৰু সুসভ্য আছিল, সেই কথাৰ অলপমান আলচ আজি কৰিব খোজোঁ। পুৰণি আখ্যান, উপাখ্যান, ধৰ্ম্মশাস্ত্র, লোকৰ মুখে মুখে চলি অহা কথা, তামৰ ফলি, শিলৰ ওপৰত বা পৰ্ব্বতৰ গাত থকা শিলৰ ওপৰত লেখা কথা, পুৰণি নগৰ আৰু দেৱমন্দিৰ আদিৰ ভগ্নাৱশেষৰ পৰা প্ৰাচীন কালৰ বিষয়ে অলপ-অচৰপ সম্ভেদ পোৱা যাব পাৰে, কিন্তু সেইবোৰ ঘাটিঘুটি সেই কাম সম্পাদন কৰা কাৰ্য্য অসমত এতিয়াও পানীকেচুৰা অৱস্থাত। বুৰঞ্জী লেখি থোৱা অভ্যাস হিন্দুৰ নাছিল। গতিকে প্ৰাচীনকলীয়া অসমীয়া হিন্দুৰেও সেই কাৰ্য্যৰ লেঠা নিজৰ গাত লগাই লোৱা নাছিল! অসম-বুৰঞ্জী আহোমবিলাকৰ সম্পত্তি আৰু তেওঁলোকেই বুৰঞ্জী লেখা নিয়ম অসমত উলিয়ায়। তেওঁলোকক দেখা-দেখি অসমীয়া হিন্দুৰেও বুৰঞ্জী লেখিবলৈ শিকে। সেইদেখি আহোমৰ আগৰ অসমৰ বুৰঞ্জী নাই। খৃষ্টীয় সপ্তম শতিকাৰ আগছোৱাত বিখ্যাত চীন-পৰিব্ৰাজক হিয়েনছাং অসমলৈ আহিছিল। তেওঁ তেতিয়া অসম যেনে দেখিছিল তাৰ বিৱৰণ লেখি থৈ গৈছে। তাৰ বাহিৰে অসমত আৰু বাৰানসীত যি কেইখন তামৰ ফলি পোৱা গৈছে, সেই ফলিবোৰৰ পৰাও পুৰণি অসমৰ বিষয়ে কিছু কিছু জনা যায়। হিয়েনছাং ৬২৯ খৃষ্টাব্দত ভাৰতবৰ্ষলৈ আহে আৰু ৬৪৫ খৃষ্টাব্দত নিজৰ দেশলৈ উভতি যায়। হিয়েনছাঙৰ বৃত্তান্ত Records of the Western World বহুমূলীয়া গ্রন্থ। তেওঁ যে সেই গ্ৰন্থত অকল ৰাজনৈতিক আৰু সামাজিক কথা লেখেছিল এনে নহয়, দেশৰ বিবৰণ। লোকসংখ্যা আৰু অনেক

জনশ্ৰুতিৰ কথাও লেখি থৈ গৈছে। হিয়েনছাঙৰ বন্ধু উইলিয়ে (Hwui-li) হিয়েনছাঙৰ জীৱনী লেখিছে। সেই পুথি পঢ়িও সেই কালৰ ভাৰতৰ সম্পৰ্কে ভালেমান কথা জানিব পাৰি। তেওঁ যেতিয়া মগধত অৰ্থাৎ দক্ষিণ-বেহাৰৰ নলন্দা নামৰ বৌদ্ধবিহাৰত থাকি বৌদ্ধ গ্ৰন্থবিলাক পঢ়িছিল তেতিয়া কামৰূপত ভাস্কৰবৰ্ম্মা নামে এজন মহা-প্ৰতাপী ৰজাই ৰাজত্ব কৰিছিল। হিয়েন্ছাঙৰ পাণ্ডিত্য আৰু সুখ্যাতিৰ কথা ভাস্কৰবৰ্ম্মাই শুনিবলৈ পাই তেওঁক কামৰূপলৈ আহিবলৈ নিমন্ত্ৰণ কৰি পঠিয়ায়। হিয়েন্ছাঙে প্ৰথমতে সেই নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ অসন্মত হৈছিল; কিন্তু পিছত তেওঁ পণ্ডিত শীলভদ্ৰৰ পৰামৰ্শ শুনি নিমন্ত্ৰণ গ্ৰহণ কৰিলে।

হিয়েন্ছাঙে পৌণ্ড্ৰবৰ্দ্ধনৰ পৰা পূবমুৱা হৈ প্ৰায় ১৫০ মাইল বাট আহি এখন ডাঙৰ নৈ পাৰ হৈ কামৰূপ ৰাজ্যত সোমাইছিলহি। সেই নৈখনৰ কৰতোৱা। তেতিয়া অসমৰ সীমা যে "কৰতোৱাং সমাৰভ্য যাবদ্দীকৰবাসিনী" অৰ্থাৎ পশ্চিমে কৰতোৱা নৈৰ পৰা আৰম্ভ কৰি পূবে দীক্কৰবাসিনী অৰ্থাৎ দীকৰাইলৈকে আছিল সেইটো ইয়াৰ পৰা সহজে বুজিব পাৰি। সেই কালত অসমৰ পূব সীমা আজিকালিৰ অসমৰ পূব সীমাৰে সৈতে একে আছিল; মাথোন পশ্চিম সীমাহে লৰচৰ হৈছে। হিয়েন্ছাঙে অসম দেশখন বেৰে ১৭০০ মাইল বুলি তেওঁৰ ভ্ৰমণ-বৃত্তান্তত লেখিছে। তেতিয়া অৱশ্যে এই দেশৰ অসম নাম নাছিল। তেতিয়া ইয়াক কামৰূপ বোলা হৈছিল। সেই কামৰূপৰ ভিতৰত আজিকালিৰ গোটেই অসম, ভুটান, পশ্চিম সীমাৰ কৰতোৱা নৈলৈকে উত্তৰ-বঙ্গ, আৰু মৈমনসিঙৰ এডোখৰ পৰিছিল। এইটো নিশ্চয় যে সেই কালৰ পূৰ্ব্ববঙ্গ (যাৰ নাম সমতট আছিল) আৰু পৌণ্ড্ৰবৰ্দ্ধনতকৈ অসম অৰ্থাৎ কামৰূপ ভালেমান গুণে ডাঙৰ আছিল; কাৰণ তেতিয়াৰ পূৰ্ব্ববঙ্গ বেৰে ৩০০ মাইল আৰু পৌণ্ড্ৰবৰ্দ্ধন ৫০০ মাইল মাথোন আছিল। প্ৰত্নতত্বজ্ঞ কনিংহামে পাবনাকে পৌণ্ড্ৰবৰ্দ্ধন বুলি থিৰ কৰি তাৰ পূৱফালে থকা কমতাপুৰকে তেতিয়াৰ

কামৰূপৰ ৰাজধানী বুলি কৈছে। কোনো কোনো পণ্ডিতে এই কথাত সন্দেহ প্ৰকাশ কৰি কয় যে পাবনা পৌণ্ড্ৰবৰ্দ্ধন নহয় আৰু কামৰূপৰ ৰাজধানী পৌণ্ড্ৰবৰ্দ্ধনৰ উত্তৰ ফালেহে আছিল। তেওঁলোকে মালদহৰ ওচৰৰ পাঙ্গুৱাকহে পৌণ্ড্ৰবৰ্দ্ধন বুলি কয়। সি যি নহওক এইটো একপ্ৰকাৰ থিৰাং পৌণ্ড্ৰবৰ্দ্ধনৰ পৰা কামৰূপৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষ-পুৰ ১৫০ মাইলতকৈ ভালেখিনি দূৰত। সেইদেখি পণ্ডিতসকলে এনে অনুমান কৰে যে সেই কালত কামৰূপৰ ৰাজধানী হয় গুৱালপাৰা জিলাৰ কোনো এক ঠাইত, নহয় কোচবিহাৰত, নহয় বা আজিকালিৰ বঙ্গদেশৰ ভিতৰুৱা ৰংপুৰৰ উত্তৰ-পূবত আছিল। গুৰুচৰিত্ৰত বাৰভূঞা-সকলৰ আঁতিগুৰিৰ বিষয়ে কওঁতে গৌড়েশ্বৰ আৰু কান্তেশ্বৰ অৰ্থাৎ কমতেশ্বৰ এই দুজন ভাইৰজাৰ ভিতৰত ৰণ লগাৰ উল্লেখ আছেঁ।

হিয়েন্‌ছাঙে কামৰূপৰ ৰজাক বৰ প্ৰতাপী ৰজা বুলি লেখি গৈছে। বৌদ্ধ ৰজা শিলাদিত্যই ৰাজগৃহত ( ভাগলপুৰৰ ওচৰৰ ঠাই ) যি দান-সাগৰ উৎসৱ পাতিছিল। সেই উৎসৱলৈ ভাৰতবৰ্ষৰ যি কুৰিজন ৰজা নিমন্ত্ৰিত হৈ গৈছিল সেইসকলৰ ভিতৰত কামৰূপৰ ৰজা ভাস্কৰবৰ্ম্মাই প্ৰথম ঠাই অধিকাৰ কৰিছিল। ভাস্কৰবৰ্ম্মাই সেই উৎসৱত শোভা-যাত্ৰাৰ নায়ক হৈ একে শাৰীতে শিলাদিত্যৰ সৈঁতে হাতে গৈছিল। ৫০০ হাতীয়ে তেওঁলোক দুইকো ৰক্ষা কৰি গৈছিল। হিয়েন্‌ছাঙে ভাস্কৰ বৰ্ম্মাক বামুণ ৰজা বুলি তেওঁৰ ভ্ৰমণ-বৃত্তান্তত লেখিছে ; কিন্তু বাস্তবিকত সেইটো তেওঁ ভুল কৰিছে। কাৰণ বৰ্ম্মা ক্ষত্ৰিয়ৰহে উপাধি, বামুণৰ নহয়।

মছলমান বুৰঞ্জীলেখক ফিৰিষ্টাই তেওঁৰ বুৰঞ্জীৰ পাতনিত তলত লেখা ঘটনাটো লেখিছে,—উত্তৰ ভাৰতত কেদাৰ ব্ৰাহ্মণ নামে এজন বৰ পৰাক্ৰমী ৰজা আছিল। কৰতোৱা নদীৰ পূব ফালৰ পৰা অৰ্থাৎ কামৰূপ প্ৰদেশৰ পৰা শঙ্কল বা শঙ্কলাদিব নামে ৰজা এজনে কেদাৰৰ ৰাজ্য আক্ৰমণ কৰি কেদাৰক যুঁজত হৰুৱায়। শঙ্কলে প্ৰথমতে ভাগীৰথীৰ পূব ফালৰ দেশ অৰ্থাৎ বঙ্গ আৰু বিহাৰ জয় কৰে। তাৰ

পিছত অসংখ্য সৈন্য গোটাই লৈ কেদাৰ ৰজাৰে সৈতে তুমুল ৰণ কৰি কেইবাখনো যুঁজত কেদাৰক ঘটুৱায়। প্ৰবাদ আছে—কামৰূপৰ ৰজা শঙ্কলেই গৌড় নগৰ অথবা লক্ষণাৱতী স্থাপন কৰে যি লক্ষণাৱতী ২০০০ বছৰলৈকে বঙ্গদেশৰ ৰজাসকলৰ হৈ আছিল। শঙ্কল বৰ দম্ভী আৰু প্ৰতাপী ৰজা আছিল। তেওঁৰ ৪০০০ হাতী, ১০০০০০ ঘোঁৰা আৰু ৪০০০০০ পদাতিক সৈন্য আছিল।

স্কাইথিয় অথবা টুৰাণ ৰজা আফ্ৰচিয়াবে শঙ্কলৰ পৰা কৰ বিচাৰিছিল। শঙ্কলে কৰ দিবলৈ মান্তি নোহোৱা বাবে তেওঁৰে সৈতে আফ্ৰচিয়াবৰ যুদ্ধ হয়। ৫০০০০ মঙ্গল বা মোগল সেনা আফ্ৰচিয়াবে শঙ্কলৰ বিৰুদ্ধে পঠিয়াই দিয়ে। ঘোঁৰাঘাট পৰগণাৰ ওচৰৰ কোচ পৰ্ব্বতৰ কাষতে সেই সেনাৰে সৈতে শঙ্কলৰ তুমুল সংগ্ৰাম হয় আৰু সেই সংগ্ৰামত মঙ্গলবিলাক হাৰি সমূলি ধ্বংস হবৰ উপক্ৰম হৈছিল। এনেতে আফ্ৰচিয়াবে নতুনকৈ সৈন্য লগত লৈ তাত ওলালহি। তেতিয়াহে শঙ্কল সেই যুজত হাৰি আফ্ৰচিয়াবৰ হাতত বন্দী হয় আৰু আফ্ৰচিয়াবে তেওঁক ধৰি লৈ গুচি যায়।

মৌলবী আৰতুছ চালামে ফিৰ্দ্দৌছিৰ মহাকাব্যৰ যি ভাঙনি কৰিছে তাত পাৰস্যৰ সম্ৰাট বাহৰাম গৌড়ৰ বিষয়ে লেখা ঘটনাবোৰত শঙ্কৰ নামে এজন ভাৰতবৰ্ষীয় ৰজাৰ কথা উল্লেখ আছে। সেই শঙ্কৰক কামৰূপৰ শঙ্কল * ৰজা বুলি বুৰঞ্জীজনা পণ্ডিতসকলে অনুমান কৰে। বাহৰাম গৌড়ৰ ৰাজত্বৰ কাল খৃষ্টীয় চতুৰ্থ শতিকা।

পুৰণি কালত যে অসম এখন সুসভ্য উন্নত দেশ আছিল, ধৰ্ম্মশাস্ত্ৰ, উপাখ্যান আৰু কাহিনী আদিৰ পৰা সেইটো ভালকৈ বুজিব পাৰি। সেই বিবৰণবিলাকৰ সত্যতা নিখুতকৈ প্ৰমাণ কৰিবৰ উপায় যদিও নাই, তথাপি এইটো বুজিব পাৰি যে অতীজত অসম এখন ওখ শাৰীৰ দেশ আছিল। আনবিলাক বাদ দিলেও হিয়েন্‌ছাঙৰ বিবৰণৰ পৰাই এই কথা প্ৰমাণিত হয়। আগৰ ডোখৰৰ কথা এৰি দিলেও, সপ্তম

* বোধকৰোঁ শঙ্কৰ শব্দটো বিদেশীৰ মুখত পৰি শঙ্কল বা সঙ্কল হৈছে।

শতিকাৰ প্ৰথম ভাগত অসম যে এখন পৰাক্ৰমশালী ডাঙৰ আৰু সভ্য দেশ আছিল সেইটোৰ প্ৰমাণৰ অভাব গুচে। তেতিয়া অসমৰ পশ্চিম সীমা কৰতোৱা নদী আছিল দেখি, অসমৰ ভিতৰত আজিকালিৰ উত্তৰ-বঙ্গৰ ৰংপুৰ, দিনাজপুৰ, বগুৰা, জলপাইগুৰি আৰু মৈমনচিঙৰ এডোখৰো যে পৰিছিল এই কথা আমি ওপৰত কৈ আহিছোঁ।

কৰতোৱা এখন বিখ্যাত নদী। মহাভাৰতত আৰু আন আন পুৰাণত তাৰ উল্লেখ পোৱা যায়। ছিকিমৰ নামনিৰ পৰ্ব্বতবিলাকৰ মাজৰ ব্ৰহ্মকুণ্ডৰ পৰা কৰতোৱা নদী ওলাই দাৰ্জ্জিলিং, জলপাইগুৰি, দিনাজপুৰ, ৰংপুৰ আৰু বগুৰাৰ মাজেদি বৈ গৈছে। মহাভাৰতৰ ভীষ্ম পৰ্ব্বত কৰতোৱাৰ বিষয়ে এইদৰে লেখা আছে;—"লৌহিত্যাং কৰতোৱাং চ তথৈব বৃষকাহ্বয়াম॥" ব্ৰহ্মাণ্ড পুৰাণত আছে,— "কৰতোৱা মহাগৌৰী দুৰ্গা চান্দ্ৰঃ শিৰা তথা।"

হিয়েন্‌ছাঙে তেওঁৰ ভ্ৰমণ-বিবৰণত সেই কালৰ অসমীয়া ভাষাটো মধ্যভাৰতৰ ভাষাৰে সৈতে প্ৰায় মিলে বুলি লেখিছে। এইখিনিতে এইটো কথা কবলগীয়া যে তেওঁ তাক বঙলা ভাষাৰ অপভ্ৰংশ বা আন আন ভাষাৰ শাৰীলৈ নুঠা Patois অৰ্থাৎ গাঁৱলীয়া মাত বা আন কোনো ভাষাৰ পৰা ভাগিছিগি ওলোৱা মাত বোলা নাছিল। তেওঁ তাক এটা স্বকীয়া অৱস্থাত পাইছিল আৰু সেই হিচাপেই তাৰ বিষয়ে উল্লেখ কৰি গৈছে। আৰু এটা কথা, তেওঁ এই সম্পৰ্কে বঙলা ভাষাৰ নামকে কৰা নাছিল। আজিকালি বঙলা ভাষা যেনে ৰূপ ধৰি বাঢ়িব লাগিছে, সেই কালত এই ভাষাৰ অস্তিত্বতে সন্দেহ ওপজে; বৰং পুৰণি অসমীয়া ভাষা আৰু মৈথিলী ভাষাত সানমিহলিয়েইহে বঙলা ভাষাৰ ভেটি এনে সিদ্ধান্তৰ ফালে ঢাল নলৈ নোৱাৰি। পুৰণি কালত কামৰূপ বা অসমে যেনে প্ৰতাপী সুসভ্য আৰু উন্নত আছিল, অসমৰ ভাষাও তেনে নাথাকিবৰ কাৰণ নাই; বৰং নথকোটোহে অসম্ভৱ। সেই কালৰ আৰু তাৰ অনেক আগৰ কালৰ পৰা প্ৰচলিত অসমীয়া জাতিৰ প্ৰবাহ অসমত যেনেকৈ আজিলৈকে চলি আহিছে, সেই

কালৰ পৰা আৰু তাৰ আগৰ কালৰ পৰা অসমীয়া ভাষাৰ প্ৰবাহো অসমত আজিলৈকে চলি আহিব লাগিছে। অৱশ্যে কালৰ গতিত সেই ভৰসোঁতত, বাহিৰৰ পৰা বৈ অহা অনেক সৰু সুঁতি মিহলি হৈ সেই ভৰসোঁতৰ পানীৰ বৰণ আৰু পৰিমানত যদিও পৰিবৰ্ত্তন ঘটাইছে, তথাপি সি যে অসমৰ অসমীয়া ভাষাৰ সেই একেখন লুইতেই তাক দুই কৰিব নোৱাৰি। কালৰ কৰাল আক্ৰমনত প্ৰাচীন কালৰ অসমীয়া ভাষাত ৰচিত সাহিত্য লোপ পাইছে দেখি আমি তাৰ বিষয়ে এন্ধাৰত। কিন্তু প্ৰাচীন পৰাক্ৰমী অসম ৰাজ্যত চিন্তা জ্ঞান বিদ্যা আবেগ দুখ শোক আনন্দৰ ধ্বনি যে সেই কালত অসমীয়া লেখকৰ দ্বাৰা লিপিবদ্ধ হৈ প্ৰকাশিত নহৈছিল এনে কথা হব নোৱাৰে। অৱশ্যে এইটোও সম্ভৱ যে ভাৰতৰ আন আন প্ৰদেশৰ পণ্ডিত লেখকসকলৰ দৰে অসমীয়া পণ্ডিত লেখকসকলেও প্ৰচলিত আৰু সৰ্ব্বসাধাৰণৰ ব্যৱহৃত দেশীয় ভাষা অসমীয়া ভাষাৰ প্ৰতি অৱজ্ঞা প্ৰকাশ কৰি একমাত্ৰ দেৱভাষা সংস্কৃততহে গ্ৰন্থ ৰচনা কৰিছিল। সেই বাবে সেই কালৰ প্ৰকৃত পুৰণি অসমীয়া ভাষাত লেখা পুথি আমি নাপাওঁ। কিন্তু ঠিক যে শঙ্কৰ-মাধৱ আৰু কন্দলিসকলে পুৰণি অসমীয়া ভাষা-ব্ৰহ্মপুত্ৰৰ সমৃদ্ধিশালী আৰু নিৰ্ম্মল পুত সলিলত অৱগাহন কৰি আৰু তাৰ আনন্দময় জলত বুৰ মাৰি তাৰ তলিৰ পৰাহে তেওঁলোকৰ শাস্ত্ৰৰূপী উজ্জ্বল মালাবিলাক গাঁথিবলৈ মুকুতা গোটাই আনিছিল। তেওঁলোকৰ শাস্ত্ৰবিলাক পঢ়িলেই স্পষ্টকৈ দেখিবলৈ পোৱা যায় যে তেওঁলোকে নকৈ ভাষা ৰচনা কৰি বা কথিত ভাষাৰে মাথোন শব্দ বা বাক্য ৰচনা বা সংগ্ৰহ কৰি তেওঁলোকৰ পুথিবিলাক ৰচনা কৰা নাছিল। তেওঁলোকে যে এটা প্ৰবাহিত জীয়া চহকী সাহিত্য আৰু ভাষাৰ পৰা ৰত্ন সংগ্ৰহ কৰি সেই বোৰেৰে নিজৰ ৰচনা গাঁথিছিল তাৰ কোনো ভুল নাই। শঙ্কৰদেৱ আৰু কন্দলিসকলে অনেক ঠাইত তেওঁলোকৰ পুথিৰ ভণিতাত "আগৰ কবিসকলৰ" গ্ৰন্থ চাই পুথি লেখিলোঁ" বুলি স্পষ্টকৈ স্বীকাৰ কৰি গৈছে। অসমৰ ওপৰেদি অনেক দুৰ্দ্দিন দুৰ্দ্দৈৱৰ ধল গৈছে, সেই

ধৰে যে আগৰ প্ৰাচীন সাহিত্য গ্ৰন্থবোৰ কৰবালৈ লৈ গল তাৰ চিন-মোকাম নাইকিয়া কৰিছে, সেইটো অনুমান অনায়াসে কৰিব পাৰি। আজিও ৰংপুৰ, দিনাজপুৰ, কোচবিহাৰ প্ৰভৃতি ঠাইৰ ভাষা, যাক আজিকালিৰ বঙলা ভাষাই নিজস্ব বুলি আপোন সীমাৰ ভিতৰুৱা কৰিছে, পৰীক্ষা কৰি চালে ফট্‌ফটীয়াকৈ দেখি যে সেই ভাষা অসমীয়া ভাষাৰহে নিজস্ব, আগৰ অসমীয়া ভাষাৰহে নিজা বস্তু, আজি-কালিৰ বলী বঙলা-ভাষাৰ অধিকাৰ তাত নাই, থাকিলেও নাম মাত্ৰ। কালৰ কুটিল গতিত অসমীয়া ভাষাৰ দাঁতিকাষৰীয়া পাৰি ঠাইবোৰ বঙলা ভাষাৰ গৰাহৰ ভিতৰত পৰিল। বঙলা ভাষাই পাৰিটো জীণ নিয়াই নিজৰ গাত বল বান্ধি লৈ অসমীয়া ভাষাৰ গাৰিৰ ওপৰতো যে 'দাওৱা' কৰিবলৈ নাযাব তাতে বা আচৰিত কি? গৱৰ্ণমেণ্টৰ তলত এবাৰ বঙলা ভাষাই অসমীয়া ভাষাৰ ওপৰত সম্পূৰ্ণ অধিকাৰ পাইছিলেই। ভাগ্যে সেই ভুল সংশোধিত হল নতুবা এতদিনে অসমীয়া ভাষাই "ঔষধং জাহ্নবীতোয়ং বৈদ্যোনাৰায়ণোহৰি"ৰ শৰণাপন্ন হব লাগিলহেঁতেন। উত্তৰ বঙ্গ আৰু কোচবিহাৰ আদি ঠাইত প্ৰচলিত আগৰ দিনৰ কৱিতা, গীত আৰু সাঁথৰ গোটাচেৰেক * 'ৰংপুৰ-সাহিত্য-পৰিষৎ-পত্ৰিকা'ৰ পৰা আনি তুলি দেখুৱাই দিওঁ যে অসমীয়াৰ ভৰিৰ খোজৰ চিন সেই বোৰত কিমান ফট্‌ফটীয়া হৈ বহি ৰৈছে। —

"লাফে লাফে যায় বীৰ কৰে মাৰ মাৰ,
আপনে সে মৰা বীৰ জীয়ন্তক ধৰে বলে,
কয় কবিকঙ্কণ চালাইলে চলে। উত্তৰ—পল।

বঙালী লেখকে লেখিছে দেখি ইয়াত 'আপুনি'ৰ ঠাইত 'আপনে' আৰু 'সি' ঠাইত 'সে' আৰু 'চলাইলে' বা 'চলালে'ৰ ঠাইত 'চালাইলে' হৈছে। ডাকৰ নাম দি যেনেকৈ বাহিৰা মানুহে নিজৰ

---

* ইয়াৰ পাছৰ প্ৰবন্ধত বিস্তৰ এনে উদাহৰণ থকাৰ বাবে ইয়াত আটাইবোৰ উদাহৰণ দিয়া নহ'ল। সম্পাদক

বচন চলাই গৈছে, ইয়াতো কবিকঙ্কণৰ সেইদৰে নাম দি এনেকুৱা বাহিৰা ৰচনা চলোৱা হৈছে।

"স্বর্গে থাকি পইল ভ্যাট,
ভ্যাট বলে মোৰ প্যাট কাট।" উত্তৰ—তামোল।

অসমীয়া। স্বৰ্গৰ পৰা পৰিল ভেট,
ভেটে বোলে মোৰ পেটটো কাট।

"আৰা ৰাড়ী হাতে বিৰাইল সাপ।
লেমুৰ ধৰি মাৰন্থ পাক॥ উত্তৰ—সেঙুন।

অসমীয়া। এৰা বাৰীৰ পৰা বিয়ালে সাপ।
নেগুৰ ধৰি মাৰিলো পাক॥

"স্বর্গ হাতে পইল ধুম।
ধুম বোলে মোৰ—চুম॥" উত্তৰ—আম।

অসমীয়া। স্বৰ্গৰ পৰা পৰিল ধুম।
ধূমে বোলে মোৰ—শুং॥

ইয়াত উহ্য ৰখা শব্দটো অসমীয়াৰ ঘৰুৱা শব্দ। বঙলা ভাষাত সেই শব্দ নাই:

* * *

এই সাথৰবোৰ বঙলা হেঁয়ালিবোৰৰ তৰ্জ্জমা কৰি আমি ইয়াত দিয়া নাই। অসমত এইবোৰ যেনে আকৃতিৰে প্ৰচলিত তাকেহে দিয়া হৈছে। ৰংপুৰৰ পুৰণি গাঁৱলীয়া গীত ফাকিচেৰেক তলত দিলোঁ:

মোগলেৰ বেটী গেইচে জল ভৰিবাৰ।
বাঘক দেকিয়া নদী সাঁতাৰিয়া যায় তাৰ॥
মৎস্য বলিয়া তাৰে ঘড়িয়ালে খায়।
আজি কেন বা ঠাকুৰ মোক এতেক তাপ দেয়॥
বাম হস্তে ধৰিয়া মোগলক মাৰে এক পাক।
মাটিত পড়িয়া মোগল কৰে বাপ বাপ॥
আজি ক্যানে ৰা ঠাকুৰ মোক দ্যায় এতেক তাপ।
ধনেৰ কিঙ্কৰ নোয়াঁও মুই মানেৰ কিঙ্কৰ॥

চড়ণেৰ ঘোড়া বেচিয়া সেবা কৰিম তোৰ ॥”
“উগ্রসেন মহাৰাজা তিনি জগতে জানি।
তাৰ ঘৰত উপজিল কন্যা নাম দৈবকিনী ॥
কাৰ ঘৰত দিম বিয়া কন্যা যোগ্য নাই বৰ।
ৰূপ আছে ৰতন আছে পৰম সুন্দৰ ॥
হেন কালে চলিয়া আইল নাৰদ মুনিবৰ।
মুনিক দেখিয়া ৰাজা কৰিল সম্ভাষণ ॥
বসিবাৰ দিল মুনিক উত্তম আসন।
পাও ধোয়াৰ আনিয়া দিল ঝাৰিতে কৰি জল।

* * *

এইবিলাক যে অসমীয়া কবিৰ ৰচিত পদ তাত কিবা সন্দেহ আছে নে? বঙালীৰ মুখত পৰি আৰু আজিকালিৰ বঙলা ভাষাৰ প্রভাৱৰ ভিতৰলৈ আহি তাৰ অলপ-অচৰপ হেনাস্থচা আৰু লৰচৰ হৈছে মাথোন। এইবোৰৰ বিভক্তি প্রত্যয়বোৰো অসমীয়া। *

* ‘বাঁহী’—১ম বছৰ, ৬ষ্ঠ সংখ্যা ( বহাগ, ১৮৩২ )

# অসমীয়া ভাষা

## ( ১ )

## প্ৰথম বক্তৃতা

আগেয়ে মাজে মাজে ভাবিছিলো, অসমীয়া জাতিৰ হৃদয়ত কৃতজ্ঞতা বুলি এটা পদাৰ্থ বোধকৰোঁ নাই, বিশেষকৈ লেখা-পঢ়া জনা শিক্ষিত অসমীয়াৰ হৃদয়ত। আৰু এটা ভাব সদায় মোৰ মনত আহিছিল যে অসমীয়া মানুহ যিমান উচ্চশিক্ষা পাই ওপৰলৈ উধায়, সিমান তেওঁৰ মন নাহৰ গছৰ নিচিনাকৈ সৰু হৈ চিয়াঁ হৈ যায়। এইদৰে ভাবিবৰ কাৰণ আছিল। প্ৰথম আৰু কাৰণ ঃ উদাৰমতি বঙ্গভ্ৰাতাসকলে প্ৰতিবাদ কৰি থকাতো অসমীয়া ভাষাক বঙলা ভাষাৰ পৰা বেলেগ কৰিবলৈ অসমীয়াৰ প্ৰাণপণে চেষ্টা। বঙালীয়ে বাহু মেলি ভাই বুলি আকোৱাল মাৰি ধৰিবলৈ খেদি আহে। অসমীয়াই দূৰ দূৰ কৈ আঁতৰি যায়। বঙালীয়ে কয়—"অসমীয়া ভাই! তোমাৰ ভাষা আৰু আমাৰ ভাষা একেই। তোমাৰ ভাষা আমাৰ ভাষাৰ অপভ্ৰংশ মাথোন। বঙলা ভাষাই ভগাছিগা হৈ অসমীয়া ভাষা হৈছে। তোমাৰ ভাষা নামৰ অযোগ্য। এতেকে তুমি আমাৰ ভাষা গ্ৰহণ কৰা। ভাই ভাই, ঠাই ঠাই হৈয়েই আমাৰ ভাৰতবৰ্ষ ৰসাতললৈ গৈছে। ইংৰাজ গৱৰ্ণমেণ্টৰ নীতিয়েই হৈছে "Divide and rule" তোমালোকে এই ঘৰভঙা কূট ৰাজনীতিৰ গূঢ় মৰ্ম্ম বুজিব নোৱাৰি মহাভ্ৰমত পৰিছা" ইত্যাদি। কথা কেইষাৰ শুনিবলৈ অতি মধুৰ, অতি সুৰলা, অতি শীতল, অতি জুৰ। এনে কথাই যি জাতিৰ হৃদয়ৰ তললৈকে সোমাই তাত প্ৰেম আৰু ভ্ৰাতৃভাবৰ ঢৌ তুলি দিব নোৱাৰে, এনে মৰ্ম্মস্পৰ্শী সাদৰী কথাই যি মানুহৰ অন্তৰ গদগদ কৰি চকুৰ পৰা আনন্দলোতকৰ সোঁত বোৱাই দিব নোৱাৰে,

এনে মৌসনা বচন শুনি যাৰ মন কৃতজ্ঞতা ৰসত বুৰি নেযায়, সেই মানুহে, সেই জাতিয়ে উন্নতিৰ স্বৰ্ণপুৰী লঙ্কাত উপস্থিত হবলৈ যে এতিয়াও এশ যোজন সমুদ্ৰ সেতু বান্ধি পাৰ হব লাগিব তাক যেয়ে সেয়ে সহজে অনুমান কৰিব পাৰে। এই কথাৰ পিছত স্বভাৱতেই সকলোৰে মনত প্ৰশ্ন উঠে যে সঁচাসঁচিকৈয়ে অসমীয়াৰ মনত কৃতজ্ঞতা, ভ্ৰাতৃভাব আদি ওখ বৃত্তি-বিলাকৰ অভাব নেকি? সঁচাকৈয়ে আমি আমাৰ লাভৰ ফালে দিন-দুপৰতে কণা নেকি? বাস্তবিকতে আমি আমাৰ উন্নতি আৰু মঙ্গলৰ বাটত কাঁইট পুতি চকু দুটা বেল এঠাৰে এঠাই বহি আছোঁ নে যে লোকে চকুত আঙুলি দি ঘোকোটা মাৰি দেখুৱাই দিলেও নেদেখোঁ? সঁচা হলে আমাতকৈ পুতৌ কৰিবলগীয়া মূৰ্খ মানুহ আৰু কোন আছে? আজি-কালি উন্নতিৰ বাটত বঙালী কিমান উজাইছে, বঙলা ভাষা জঁাপত জঁাপে কিমান আগুৱাইছে বঙলা সাহিত্য দিনে দিনে কিমান লোদোৰপোদোৰ হৈ আহিছে। এনে বাঢ়নি সাহিত্য, এনে চহকী ভাষাৰ ভাগ লবলৈ উদাৰহৃদয় বঙ্গ ভাইসকলে আমাক নিমন্ত্ৰণৰ উপৰি নিমন্ত্ৰণ কৰি থাকোঁতেও আমি সাদৰক নেওচি এনে উদাৰ নিমন্ত্ৰণ অৱজ্ঞা ভাৱেৰে ভৰিৰে ঠেলি পেলাই নিজে এটা ন-কৈ অদ্ভুত অসমীয়া ভাষা গঢ়িপিটি উলিয়াবলৈ গৈছোঁ। উন্নতিৰ লগে লগে নুজাই আকৌ পাতনিৰে পৰা ভাষা পাতিবলৈ গৈ উৎসাহ, পৰিশ্ৰম, অধ্যবসায় আৰু শক্তিৰ অপব্যৱহাৰ আৰু অপব্যয় কৰি উন্নতিৰ বাটত পাছুৱাই পৰিছোঁ। সঁচা হলে কি দুখৰ, কি বেজাৰৰ কথা! কিন্তু সুখৰ বিষয় এই কথা সঁচা নহয়। গতিকে ইয়াত বেজাৰৰ কথাও একো নাই। আমি কমাৰশালত বা ভাষাৰ শালত হাতুৰী-নিয়াৰী লৈ নকৈ এটা অসমীয়া ভাষা আউটি, গঢ়ি, পিটি উলিয়াবলৈ যোৱা নাই। সেই কাৰ্য্য আমাৰ দ্বাৰা অসম্ভৱ, অসমৰ আমেৰিকান বেপ্‌টিষ্ট মিছনেৰীসকলৰ দ্বাৰা অসম্ভৱ আৰু পৃথিৱীৰ আন কোনো দুঠেঙীয়া মানুহৰ দ্বাৰাও অসম্ভৱ। ভাষাক কোনেও ইচ্ছা কৰি সৃষ্টি কৰিব নোৱাৰে। সি স্বভাৱৰ নিয়ম অনুসৰি আৱশ্যকমতে আপোনাআপুনি উৎপন্ন হয়। "Necessity is the mother of

invention" কথাটো ভাষা উৎপত্তিৰ সম্বন্ধে যেনেকৈ নিৰহনিপানীৰূপে খাটে আন কিহবাত তেনেকৈ খাটে নেখাটে কব নোৱাৰোঁ। সম্ভৱতঃ আন আন ভাষা যেনেকৈ উপজিল ইও সেই দৰেই উপজিল। অসমীয়া ভাষা পুৰণি ভাষা। ই প্ৰাচীন কালতো আছিল। সেই কালৰ পৰা আজিলৈকে উন্নতি-অৱনতিৰ চাকনৈয়াত ঘুৰি ঘুৰি ই চলি আহিব লাগিছে আৰু চলি থাকিব। ই আজি পাঁচশ বছৰৰ পৰা অতি উন্নত লিখিত আৰু কথিত ভাষাৰূপে চলি অহাটো আমি নিভুৰ্লকৈ জানো। অসমীয়াৰ তেজৰ সৈতে, অসমৰ সন্তানসকলৰ মগুহৰে সৈতে, অসমীয়া জাতিৰ প্ৰাণৰে সৈতে ই অভেদৰূপে কালৰ অনিবাৰ্য্য সোঁতত বৈ আহিছে আৰু বৈ থাকিব। কিন্তু এই ভাষাৰ হৈ ধনু-কাঁৰ ধৰোঁতা তুমি-সেনাপতি, মই-সেনাপতি আৰু তেওঁ-সেনাপতি আৰু এই ভাষাৰ বিৰুদ্ধে গদাধাৰী ৰাম-গদাধৰ, শ্যাম-গদাধৰ, আৰু হৰি-গদাধৰ সেই সোঁতত কৰবালৈ উটিবুৰি গৈ কত নিৰ্ম্মূল হব তাক সেই নেদেখা জনেহে দেখিছে।

আমাৰ ভাষা এৰি বঙলা ভাষা গ্ৰহণ কৰিবলৈ বঙালী ভাইসকলৰ নিমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰি আমি পৰম সন্তাপিত হলোঁ। সেই বাবে তেওঁবিলাকে নিজ নিজ উদাৰতা গুণে আমাক ক্ষমা কৰিব। আমি কওঁ যে তেওঁবিলাকে এনে অদ্ভুত নিমন্ত্ৰণ আমাক নকৰি অনুগ্ৰহ কৰি আমাক এৰি দি নিশ্চিন্ত হলে আমি তেওঁবিলাকৰ ওচৰত চিৰকৃতজ্ঞতা-পাশত আবদ্ধ হৈ থাকিম। আমি আমাৰ খোৰা ভাষা লৈয়েই উন্নতিৰ বাটত লাখুটী লৈ খোৰাখুৰিকৈ বাট বোলোঁ। তেওঁবিলাকে আমাক তেওঁবিলাকৰ ভাষাৰ ৰেলগাড়ীত উঠিবলৈ দয়া বিতৰণ কৰি নেমাতিব।

কোন হিচাপে যে বঙালী ভাইসকলে আমাক আমাৰ ভাষা অৰ্থাৎ অসমীয়া ভাষা এৰি বঙলা ভাষা লবলৈ কয় আমাৰ ছুটি বুদ্ধিৰে তাক ঢুকি পাব নোৱাৰোঁ। অলপ পৰিশ্ৰম কৰি তেওঁলোকে ভাষাবিজ্ঞান শাস্ত্ৰৰ দুপাত-চাৰিপাত লুটিয়াই চায় যেন ভাষাৰ বিভিন্নতা কি কি কথাৰ দ্বাৰা হয় আৰু কি কি বিষয়ৰ ওপৰত সি নিৰ্ভৰ কৰে, বৃথা অহঙ্কাৰ পৰিহাৰ কৰি এখুদমান কষ্ট স্বীকাৰ কৰি যদি তেওঁবিলাকে অসমীয়া

সঁচাসঁচিকৈয়ে ভাষা শিকিবলৈ চেষ্টা কৰে,তেন্তে আমি নিশ্চয়কৈ কব পাৰোঁ, যে তেওঁবিলাকে নিজৰ অবিমৃষ্যকাৰিতা, অনভিজ্ঞতা আৰু অসাৰতা দেখি আপোনাআপুনি অনুতাপিত আৰু লজ্জিত হব। আমি দেখিছোঁ, এই শাৰীৰ বঙালী কৃতিকৃসকলে অসমীয়া বাতৰিকাকতৰ বা অসমীয়া পদ্যপুথিৰ চাৰিশাৰী পঢ়িয়েই জপিয়াই উঠি কয় যে এইটো দেখোন বঙলা ভাষা। আমি পঢ়ি দেখোন অধিক ভাগ বুজিব পাৰিলোঁ। বিভিন্নৰ ভিতৰত কেৱল দেখিছোঁ ৰবোৰ পেট-কটা। এই 'কৃতিক্' বাবুসকলৰ অজ্ঞতা প্ৰতিবাদৰ যোগ্য নহয়; কেৱল মাথোন হাঁহিৰ যোগ্য। বৰ বেছি, এওঁবিলাকে আমাৰ পৰা এষাৰ উপদেশ পাব পাৰে, যাৰ দ্বাৰা এওঁবিলাকৰ মানৱী জনমৰ বাকীডোখৰৰ অলপ-অচৰপ উপকাৰ হোৱাৰ সম্ভৱ যথা: "আপোনাসকলে অনধিকাৰ চৰ্চ্চা কৰা স্বভাৱটি এৰি গহীন হৈ অসমীয়া ভ্ৰাতাসকলৰ পৰা সন্মানৰ অধিকাৰী হওক।" অলপ মুখ-চোকা মানুহে হলে কিন্তু এওঁবিলাকক এনে কথাৰ উত্তৰত শুনাই দিলে-হেঁতেনঃ—"তোমালোকে যদি ভাৰতবৰ্ষীয় সংস্কৃতভাষী পুৰণি আৰ্য্যসকলৰ সন্তান হৈ অসমীয়া পঢ়ি অধিকখিনি বুজিব নোৱাৰিলাহেঁতেন আমি তোমালোকক হয় মহামূৰ্খ, নহয় আন কিবা এটা বুলি সম্বোধন কৰিলোঁ-হেতেন। তুমি ৰীতিমতে নিশিকাকৈও হিন্দীভাষাৰ, কি উড়িয়া ভাষাৰ, কি মাৰাঠী ভাষাত কোৱা বা লেখা কথা বুজিব নোৱাৰা নে? অসমীয়া আখৰ কেইটা বঙলা আখৰৰ নিচিনা হোৱা বাবেই জগৰ লাগিল নেকি? তোমালোকৰ লৰালি দেখি এনেহে মনে ধৰে যে ৰোমাণ বৰ্ণমালাৰ যদি দৈবাৎ তোমালোকৰ বৰ্ণমালাৰে সৈতে অলপ সাদৃশ্য থাকিলহেঁতেন তেন্তে ইংৰাজী, ফ্ৰেঞ্চ, জাৰ্মাণ আদি গোটেই য়ুৰোপৰ ভাষাকে তোমালোকৰ ভাষাৰ অপভ্ৰংশ বুলি তোমালোকৰ কাকতত প্ৰবন্ধ লেখিলাহেঁতেন। তোমালোকক বৃথা অহঙ্কাৰে ইমান অন্ধ কৰি থৈছে যে কি কাৰণৰ বাবে অসমীয়া বৰ্ণমালাই বঙলা বৰ্ণমালাৰ আকাৰ ধৰিলে তাক দেখিবলৈ নোপোৱা আৰু চেষ্টাও নকৰা।"

সকলো জাতিৰ মানুহৰ হৃদয়তে নপঢ়ি-নুশুনি ওজা হোৱা ভাবটি

ন্যূনাধিকৰূপে আছে, কিন্তু সি আমাৰ বঙ্গদেশীয় ভাইসকলৰ অলপ প্রবলৰূপে বিৰাজমান যেন আমাৰ অনুমান হয়। সি বঙ্গদেশৰ জল-বায়ুৰ গুণেই হওক বা অসমীয়াৰ অদৃষ্ট মন্দৰ গুণেই হওক, এই ঠাইত তাক আলচ কৰিবৰ আমাৰ অভিলাষ নাই। বঙ্গভ্ৰাতাসকলে আমি কৰিব পাৰোঁ বা নোৱাৰোঁ আমাৰ ওচৰত থাকি থাকি মুখ্যে আমাৰ আৰু গৌণে ভাৰতবৰ্ষ বা জম্বুদ্বীপৰ উন্নতিৰ অৰ্থে নানা নতুন প্ৰস্তাৱ কৰে। তেওঁলোকে আমাৰ জ্যেষ্ঠ ভ্ৰাতাৰ স্থানীয়। জ্যেষ্ঠই কনিষ্ঠক উপদেশ দিয়া শাস্ত্ৰসঙ্গত আৰু অতি শোভন কাৰ্য্য। কিন্তু আজি আমি ছালছিগা কনিষ্ঠইও জ্যেষ্ঠ ভ্ৰাতাৰ ওচৰত মাথা দোঁৱাই প্ৰণাম কৰি দুখীৰ দুখী অৱস্থাৰে এটা ছালছিগা প্ৰস্তাৱ কৰোঁ যে তেওঁবিলাকে তেওঁ-বিলাকৰ দুৰ্ব্বল স্ত্ৰীপ্ৰকৃতি বঙলা ভাষা এৰি হিন্দী ভাষা গ্ৰহণ কৰক। হিন্দী ভাষা অতি শ্ৰেষ্ঠ ভাষা। সি যেনে তেজী তেনে কোমল, যেনে তপত তেনে চেঁচা, যেনে কটু তেনে মধুৰ। একাধাৰে হিন্দী ভাষাত যে সকলো ৰস বিদ্যমান, যি হিন্দীভাষা শুনিছে, পঢ়িছে, শিকিছে আৰু আলচ কৰি চাইছে সিয়েই তাৰ সাক্ষী দিব পাৰে। ভাৰতবৰ্ষৰ অধিক সংখ্যক মানুহে হিন্দী ভাষা বুজে আৰু কয়। ইংৰাজ প্ৰভৃতি য়ুৰোপীয়-সকলে হিন্দী ভাষা অতি আদৰেৰে শিকে আৰু কয়। ভাৰতেশ্বৰী মহা-ৰাণী ভিক্টোৰীয়াই মৌলবী ৰাখি অতি যত্নেৰে হিন্দী ভাষা শিকিছে, আৰু সেই ভাষাত কথা কব পৰা হৈছে। আমাৰ খং উঠিলে আমি হিন্দী ভাষাৰ আশ্ৰয় নললে আমাৰ খং ভোটা হৈ ওলায়। মিঠা সুৰ, মিঠা গান এটা শুনিব লাগিলেও আমি হিন্দী ভাষাৰ ওচৰত হাত নেপাতিলে আমাৰ মনস্কাম পূৰ্ণ নহয়। যদি ইংৰাজী ভাষাৰ বাহিৰে ভাৰতবৰ্ষত কোনোবা ভাষা গোটেই ভাৰতবাসীৰ পৰস্পৰ কথা কবৰ আৰু ভাব সলনাসলনি কৰিবৰ উপযোগী তেন্তে সি হিন্দী ভাষা। হিন্দী ভাষাই দেশ উদ্ধাৰৰ ভাষা। স্বৰ-শুউৱা, টোপনি-মতা, মৃদু-মধুৰ বঙলা ভাষা প্ৰতাপসিংহ, ৰণজিৎসিংহৰ ভাষা নহয়। মৃত ভাৰতবাসীৰ শৰীৰত প্ৰাণৰ সঞ্চাৰ কৰিবলৈ, সাম্য, মৈত্ৰী আৰু ভ্ৰাতৃভাব বিস্তাৰ কৰি

ভাৰতভূমিত একতা স্থাপন কৰিবলৈ ইয়াতকৈ উৎকৃষ্ট আৰু যোগ্য ভাষা নাই। তেওঁবিলাক আজিকালি উন্নত, শিক্ষিত আৰু সভ্য হৈছে। তেওঁবিলাকে আগেয়ে আমাক বাট দেখুৱাওক। আমি ৰাম-কৃষ্ণ, গোপাল-গোবিন্দ একোকে নকৈ সকভাইৰ কৰ্ত্তব্য ভাবি তেওঁবিলাকৰ আহিঁ অনুসৰণ কৰিম। হিন্দী ভাষা লবলৈ যদি তেওঁবিলাক অনিচ্ছুক, তেনেহলে আমি দ্বিতীয় প্ৰস্তাৱ কৰোঁ তেওঁবিলাকে ইংৰাজী ভাষা লওক। আজিকালি তেওঁবিলাকে ইমান ইংৰাজী শিকিছে, বিশ্ববিদ্যালয়ৰ ইমান ইংৰাজী মহলাত উঠিছে যে অনায়াসে তেওঁবিলাকে ইংৰাজী ভাষা গ্ৰহণ কৰিব পাৰে। আমি চকুৰ আগতে দেখিছোঁ, তেওঁবিলাকৰ ভিতৰত বিলাতৰ পৰা অহা অনেকে ইংৰাজী ভাষা একেবাৰেই গ্ৰহণ কৰিছে। সেইদেখি কৈছোঁ এইটো তেওঁবিলাকৰ অলপ আয়াসতে হব। ইংৰাজী ভাষা, ইংৰাজী সাহিত্য আজি জগতত অতুলনীয়। এনে ভাষা তেওঁবিলাকে গ্ৰহণ কৰিলে একেদোপেই তেওঁবিলাক নথৈ চহকী হব। তেওঁবিলাকে যদি ৰাতাৰাতি 'বড়-মানুষ' হব খোজে, একে নিশাৰ ভিতৰত যদি তেওঁবিলাকৰ সাহিত্য-ভঁৰালৰ ধনকুবেৰ বা বথ্‌চাইল্ড্ হবলৈ অভিলাষ কৰে, তেন্তে আমাৰ এই সোণ-ৰূপৰ মুখেৰে কোৱা উপদেশ শুনক। আমাৰ এই উপদেশটি তেওঁবিলাকৰ কাণত কেনে বাজে, অনুগ্ৰহকৈ তেওঁলোকে আমাক জানিবলৈ দিলে পৰম বাধিত হম। তেওঁবিলাকে কব পাৰে যে ইংৰাজী আৰু বঙলা ভাষাৰ ভিতৰত বিস্তৰ প্ৰভেদ, কেনেকৈ হব? উত্তৰত কওঁ বেছি প্ৰভেদ নাই। মেক্সমূলাৰ আদি ভাষাবিদ্ পণ্ডিতে স্পষ্টকৈ প্ৰমাণ কৰিছে যে ইংৰাজী, অসমীয়া, বঙলা, হিন্দী, জাৰ্মাণ, ফ্ৰেন্স, ইত্যাদি ভাষা একে পৰিয়ালৰে আৰু সিহঁতৰ ভিতৰত ভাই ভাই সম্বন্ধ। বঙলা ভাইহঁতৰ এইবিলাক কথাৰ প্ৰতিবাদ কৰিবৰ আমি চেষ্টা নকৰিলোঁহেতেন যদি আজিও দুজন এজন ব-চেৰা অসমীয়াক এইবিলাক পলসুৱা বঙালীৰ কথাত কাণ দি সন্দেহ কৰা আৰু বিপৰীত ভবা নেদেখিলোহেঁতেন। দুখৰ বিষয় আজিও শিক্ষিত অসমীয়াৰ ভিতৰত কোনোবা কাচিৎ দুজন এজন অসমীয়া ভাষাতঙ্কৰোগ-

গ্ৰস্ত বগলা দেখিবলৈ পোৱা যায়। ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা, যেন সোনকালে তেওঁবিলাকক তেওঁ সুমতি প্ৰদান কৰি হাঁহৰ শ্ৰেণীলৈ আনে। সত্য, দ্বাপৰ আৰু ত্ৰেতা যুগৰ কথা কব নোৱাৰোঁ, কিন্তু কলি যুগত হলে দিনক দিন ৰাতিক ৰাতি, ঘোঁৰাক ঘোঁৰা, হাতীক হাতী, আগম পুৰাণ আৰু ন্যায় ব্যাকৰণ দি প্ৰমাণ নকৰিলে কলিকলীয়া মানুহে সেইবোৰক দিন, ৰাতি, ঘোঁৰা আৰু হাতী বুলি বিশ্বাস কৰিব নোখোজে। আমাৰ দেশীয়ৰ ভিতৰতো মাজে মাজে এনে কলিকলীয়া ওলায়, যাক অসমীয়া ভাষাটো ভাষা, আৰু সি বঙলা ভাষাৰ সৰি পৰা দাঁত বা কাটি পেলোৱা নখ নহয় বুলি প্ৰমাণ কৰি নেদেখুৱালে পতিয়াবলৈ কেৰোজেৰো কৰে। যাওক, আমি এনে দুজন এজন বগলীৰ কথা লৈ মূৰ নঘমাওঁ, কাৰণ আমাৰ দৃঢ় বিশ্বাস যে এই জাতৰ বগলী অচিৰ কালতে কঙ্কাল বা জকাত পৰিণত হৈ পৰ্ব্বতৰ গুহাত আশ্ৰয় লৈ ভৱিষ্যত প্ৰাণীতত্ববিদ্ পণ্ডিতসকলৰ অনুসন্ধানৰ বিষয় হব।

সঁচাকৈয়ে যদি বঙালীয়ে অসমীয়াক ভ্ৰাতৃভাৱে আকোৱাল মাৰি ধৰি আলিঙ্গন কৰিবলৈ ব্যগ্ৰ তেন্তে কেৱল ভাষাটোৱেইহে মাজত পৰি প্ৰতিবন্ধকতাচৰণ কৰি আছে নে? প্ৰকৃত পক্ষেই অসমীয়া ভাষাটোৱে বঙালী আৰু অসমীয়াৰ মাজত বিন্ধ্যপৰ্ব্বত পৰি থকাদি অলঙ্ঘ্য হৈ পৰি থাকি দুই ভাইক কোলাকুলি কৰিব নিদিয়াকৈ বেলেগকৈ থৈছে নে? এই প্ৰশ্নৰ উত্তৰ আমাক কোনে দিব? আমি হলে কম, বুজা গৈছে —"গড়গঞা মিতিৰৰ ভাও। মুখে বোলে থাক, থাক, ভৰিৰে হেচোকে নাও।" অসমৰ অসমবাসী বঙালীৰ ভ্ৰাতৃভাৱৰ খুণ্ডাতো সেৱা, চৰণতো সেৱা। পোস্কৰটকীয়া কাম এটা খালি হলেও দেশৰ পৰা বঙ্গভায়াৰ আমদানি, নোৱাৰা পক্ষতহে অসমীয়া। কথাই কথাই অসমীয়াক "আছামী ভূত" নামে সম্বোধন নকৰিলে তেওঁবিলাকৰ গা মুজুৰায়। মৰ্ম্ম পোৱা গৈছে বঙালী ভাই! তোমাৰ চেনেহৰ চুমাৰ। সি আমাৰ নাকটি ছিঙিলে আৰু তেনে চুমা আমাক নেখাবা, ৰক্ষা কৰা। তুমি অসমীয়াৰ সৈতে খোৱা-বোৱা, ফুৰা-চকা, মিলা-প্ৰীতি প্ৰণয়, সম্বন্ধ,

সম্পৰ্ক সকলোকে পৰিপাটীৰূপে ৮৶৯ কৰিছা কেৱল ভাষাটোৰ বাবে-হে এটা পয়চাৰ অমিল হৈ আছে। আচলত ৰাগৰ গুৰিত টা-না-না-না। এই কথাৰ গুৰিতো 'ভেনিটী' বা বৃথা গৰ্ব্ব নামেৰে টা-না-না পদাৰ্থ। তোৰ ভাষা মোৰ ভাষাৰ ভগাছিগা নেগুৰ এডোখৰ। মোৰ ভাষাই মূল, ময়েই মূল। তই গেলি-পৰা ডাল-পাত। মানুহৰ অন্তৰ্নিহিত বৃথা গৰ্ব্বৰ পৰা এনেবিলাক ভাবৰ উৎপত্তি। বঙালীয়েই বঙালীক, কলি-কতাৰ বঙালীয়েই কলিকতাৰ চাৰিবেৰৰ বাহিৰৰ মানুহক তেনে ঘৃণাৰ চকুৰে চায়, ভাষা লৈ আপোনাৰ তেজ-মঙহকে যেনেকৈ বিদ্ৰূপ কৰে, দেখিলেই অনায়াসে এই কথাৰ মৰ্ম্ম বুজিব পাৰি। বঙালীৰ চকুত "বাঙ্গালী মনুষ্য নয়, উড়ে এক জন্তু, লম্ফ দিয়ে গাছে উঠে লেজ নাই কিন্তু।" অসমীয়া কোন ছাৰ। অৱশ্যে ভাল বঙালীয়ে এনেবিলাক নীচ আমোদ উপভোগ কৰে বুলি আমি কোৱা নাই। ভালৰ ভাল সৰ্ব্বতিকাল। ভাল বঙালীলৈ টোৱাঁই আমি আমাৰ এইবিলাক কাঁৰ মৰাও নাই। অসমীয়া ভাষা বিৰোধীসকলে আমাক উপদেশ দি কয়—"তোমালোকক বঙলা ভাষা গ্ৰহণ কৰিবলৈ কৈছোঁ বুলি আমি এনে মানে কৰা নাই যে তোমালোকে হঠাৎ একেবাৰেই তোমালোকৰ স্থানীয় মাত এৰি বঙলা কোৱা। আমি মাথোন তোমালোকক এই কথা কৈছোঁ যে তোমালোকে বঙালী শ্ৰীহট্টীয়া, বাখৰগঞ্জীয়া ময়মনসিংহীয়াৰ দৰে লিখিত ভাষা ৰূপে গ্ৰহণ কৰি ২৪ ঘণ্টা তোমালোকৰ দেশীয় মাতেৰে যিমান পাৰা কথা কৈ থাকা, তাত আমাৰ একো আপত্তি নাই।" এনে চকু থাকি খালত পৰা উপদেশ দিয়া বাবে আমাৰ এই পৰম বন্ধুসকলক, আমি অকিঞ্চন অসমীয়াই আমাৰ কি আছে কি দিম? একেষাৰ ধন্যবাদকে দিওঁহক। লেখা ভাষাৰ পৰা কোৱা ভাষা বেলেগাই বঙালী ভাইহঁত যে মহাভ্ৰমত পৰিছে তাক আজিকালিৰ শিক্ষিত চিন্তাশীল অধিক বঙালীয়ে বুজিছে। বঙালীয়ে বিষম ভুল কৰি যি দোষৰ হাড়-মলা তেওঁলোকৰ ভাষাৰ ডিঙিত পিন্ধাই দিছে, তেনে হাড়-মলা অসমীয়া ভাষাকো পিন্ধিবলৈ কৈ কি অন্যায় কাম কৰিছে! লেখা ভাষাৰ পৰা কোৱা ভাষা বেলেগ কৰিলে

যে ভাষাৰ উদ্দেশ্যই নষ্ট হয়, এই কথা তেওঁলোকে গমি নোচোৱাকৈ তেওঁবিলাকৰ যি আছে, সেয়ে অতি উৎকৃষ্ট বুলি ভাবি লোককো তাক লবলৈ পৰামৰ্শ দিয়ে। ভাষাৰ উদ্দেশ্যই হৈছে মনৰ ভাবটো বাহিৰত শব্দেৰে প্ৰকাশ কৰি আন লোকক বুজোৱা। শব্দটো কৈ অঁতালেই শেষ হল। অৰ্থনিকৈ বা কাইলৈ সেই শব্দটো অৰ্থাৎ সেই শব্দটোৱে প্ৰকাশ কৰা মনৰ ভাবটো পাহৰি যোৱাৰ সম্ভৱ। এই দেখি চিৰস্থায়ী কৰি তাক বান্ধি থৈ দিবলৈ লেখাৰ বা সঙ্কেতৰ সৃষ্টি। সেই লেখাই যদি সেই শব্দটো যেনেকৈ মানুহৰ মুখৰ পৰা ওলায়, তেনেকৈ প্ৰকাশ কৰিব নোৱাৰিলে, তেন্তে সেই লেখা বা সঙ্কেত অসম্পূৰ্ণ বা নিষ্ফল হল। Language of the ear কাণৰ ভাষাটো Language of the eye চকুৰ ভাষালৈ তৰ্জ্জমা কৰি অনেকে লেখা ভাষা কয়। সেই তৰ্জ্জমাই যদি কাণৰ ভাষাটো যেনে আছে তেনে প্ৰকাশ কৰিব নোৱাৰিলে তেন্তে সেই তৰ্জ্জমা ভুল, নিষ্ফল আৰু হানিকাৰক। বঙালীয়ে মুখেৰে কওঁতে এক ভাষা কয়, লেখোঁতে এক ভাষা লেখে। তেওঁবিলাকৰ লেখা প্ৰকৃত বঙলা ভাষা নহয়। ভাষাটো এটা জীয়া বস্তু। কাকতৰ ওপৰত বচা মৰা ক'লা বগা ফুলবিলাক বা আখৰবোৰ ভাষা নহয়। খনিকৰে কাকতৰ, কাপোৰৰ বা আন বস্তুৰ ওপৰত জীয়া মানুহৰ যিটো মূৰ্ত্তি সাধ্যমতে নকল কৰিবলৈ চেষ্টা কৰে সেইটো জীয়া মানুহ নহয়, মৰা মূৰ্ত্তিহে। সেই মূৰ্ত্তিটো জীয়া মানুহটোৰ আহিঁৰে হব লাগে। জীয়া মানুহটো সেই মূৰ্ত্তিটোৰ আহিঁৰে হব নোৱাৰে। খনিকৰৰ যদি সেই মূৰ্ত্তিটো যতদূৰ সম্ভৱ জীয়া মানুহটোৰ অবিকল নকল নহয় তেন্তে সেই মূৰ্ত্তি ভুল আৰু অসাৰ্থক। লেখা ভাষাটোও যদি যতদূৰ সম্ভৱ কোৱা-ভাষাৰ অবিকল নহয়, তেন্তে তাৰ উদ্দেশ্য আৰু কাৰ্য্য বিফল। ইংৰাজী ভাষা আৰু ফ্ৰেন্স ভাষাৰ বৰ্ণবিন্যাস এক প্ৰকাৰৰ সেই বাবে সেই দুই ভাষাই সুন্দৰকৈ 'পস্তাই'ছে। ভাষাতত্ত্ববিদ্ পণ্ডিত ছেইছে কয়, যে এই বাবেই ইংৰাজ আৰু ফ্ৰেন্স য়ুৰোপৰ ভিতৰত অধম ভাষাবিদ্ হয়। এই বাবেই বিদেশীয়ে ইংৰাজী ভাষা শিকিবলৈ ইমান টান পায়। আমাৰ

জীৱনতে দেখিছোঁ, ইংৰাজী ভাষাৰ এনে অদ্ভুত বৰ্ণবিন্যাস হোৱা বাবেই অৰ্থাৎ শব্দটোৰ উচ্চাৰণ পূবে যোৱা আৰু বানান পশ্চিমে যোৱা হোৱা বাবেই আমি ইংৰাজী পঢ়ি আদহীয়া হলোঁহি, তেও তাৰ বানান আৰু উচ্চাৰণৰ আউল ভাঙিব নোৱাৰিলোঁ। এনেবিলাক দোষৰ বাবেই আমি পাঁচ বছৰৰ পৰা শৰীৰ পাত কৰি ইংৰাজী শিকি বুঢ়ালৈ ইংৰাজী ভাষা পিঠিত লৈ এৰাল ছিঙি এটা সকসুৰা চেকুৰো মাৰিব নোৱাৰোঁ। আমি কোন কুটা, ইংৰাজেই ইংৰাজী ভাষাৰ আখৰ-জোঁটনিৰ এনে দৌৰাত্ম্যত ত্ৰিভুবন দেখি তাৰ সংস্কাৰৰ অৰ্থে চিঞৰ-বাখৰ কৰিব লাগিছে। আমাৰ সুকপালৰ গুণে অসমীয়া ভাষাত এনে গোলমাল আজিলৈকে ঘটা নাই। আমি যেনে কওঁ তেনে লেখোঁ। আশা কৰোঁ, আৰু ঈশ্বৰৰ চৰণতো খাটোঁ যেন এনে গোলমাল আমাৰ ভাষাত ঘটাবলৈ কাৰো কুমতিয়ে নধৰে। বঙালীৰ লেখা আৰু কোৱা ভাষাৰ এনে প্ৰভেদ দেখি আমাৰ এনেহে মনে ধৰে যে আৰু এক শতিকাৰ ভিতৰতে বঙলা লিখিত ভাষা সংস্কৃতৰ নিচিনা হৈ সৰ্ব্বসাধাৰণ বঙালীৰ বোধৰ অগম্য হব আৰু বঙালী সৰ্ব্বসাধাৰণৰ ভাষা প্ৰাকৃত ভাষাৰ নিচিনা এটা সম্পূৰ্ণ বেলেগ হবগৈ। কিতাপত বিদ্যাসাগৰে যিমান সীতাৰ-বনবাসী ভাষা লেখক। কথা কোৱাত হৰিমণ্ডল, প্ৰহ্লাদ পৰমাণিক আৰু বৃন্দাবন সাদগাপে সেই কথা কেতিয়াও ব্যৱহাৰ নকৰে বা কৰিব নোৱাৰে। শিক্ষিত বিদ্যাসাগৰ পাঁচোটা, কিন্তু 'সীতাৰ বনবাস' পঢ়ি গ্ৰীক নে লেটিন ভাষাত লিখা ঠাৱৰ কৰিব নোৱাৰা, প্ৰহ্লাদ পৰমাণিক বৃন্দ বৃন্দ। এটা গল্প কওঁঃ এজন এই শ্ৰেণীৰ প্ৰহ্লাদ পৰমাণিকে আৰ-তাৰ মুখৰ পৰা শুনিছিল যে ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ বঙলা ভাষাত সৰ্ব্বোৎকৃষ্ট লেখক। পৰমাণিক অলপ লেখা-পঢ়া জনা সাহিত্যানুৰাগী লোক। কথাটো শুনি অতি যত্নেৰে এখন 'সীতাৰ বনবাস' কিতাপ কিনি আনি গাঁৱৰ তেওঁৰ নিচিনা সাহিত্যানুৰাগী বন্ধু-বান্ধৱ গোটাই কিতাপ মেলিলে। দহমিনিটমান খুটিয়াই খুটিয়াই "ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ সঙ্কলিত" এই কথাটো পঢ়ি আনন্দত গদগদ হৈ

হুক্ হুক্ কৰে কান্দিবলৈ ধৰি কিতাপ সামৰি থলে। বন্ধু অবাক! দূৰৰ কথা নেলাগে আমাৰ ঘৰৰ পৰাই এটা উদাহৰণ দিওঁ ঃ অসমীয়া লৰাবিলাকে অসমত প্ৰায়েই বঙলা কিতাপ পঢ়ি বঙলা শিকে। অনেকে সংস্কৃতৰ সলনি বঙলাতে এণ্ট্ৰেচ্ পৰীক্ষা দি উত্তীৰ্ণ হৈ আছে। কিন্তু কলিকতাত প্ৰথমতে বঙালীৰে সৈতে কথা কবলৈ আৰম্ভ কৰিবলৈ মুখ মেলোঁতেই তেওঁবিলাক কেনে সঙ্কটত পৰে, তাক তেওঁলোকে সকলোৱেই জানে। বঙালী বেটী, লগুৱা আৰু ভাত-ৰন্ধা বামুণৰে সৈতে আৱশ্যকীয় কথাৰে বস্তু-বাহানি খোজা বা ভাব সলনাসলনি কৰাত তেওঁবিলাকে প্ৰায়েই "ঠাকুৰ! মৎস্য এক খণ্ড লইয়া আইস।" "ঝি! দুগ্ধেৰ উপৰে পুস্তকটা ৰাখিয়াছে কে?" এনেবিলাক কথা কৈ হাস্যাস্পদ হয়। লেখা ভাষা আৰু কোৱা ভাষা বেলেগ কৰিবলৈ চেষ্টা কৰা দূৰত থাওক, বেলেগ নহবলৈ আমাৰ প্ৰাণপণে যত্ন কৰিব লাগে।

ভাৰতবৰ্ষ শাসনৰ সম্পৰ্কে গৱৰ্ণমেণ্টৰ অন্তৰত 'ডিভাইড্ এণ্ড ৰুল' নামেৰে 'পলিচি' লুকাই ৰাখিছে নে নাই কব নোৱাৰোঁ। কিন্তু ভাষা পৃথক কৰা বিষয়ত যে সেই সৰ্ব্বনশীয়া 'পলিচি'ৰ চাঁ মাত্ৰও নাই তাক আমি বুকু ডাঠকৈ কব পাৰোঁ। গৱৰ্ণমেণ্টে সকলো দেশৰ ভাষা ৰক্ষা কৰিবলৈ যতন কৰি উনৈশ শতিকাৰ উন্নত আৰু উদাৰমনা শাসনকৰ্ত্তাৰ চিনাকি দিছে মাথোন। 'ডিভাইড্ এণ্ড ৰুল' 'পলিচি'ৰ অনুসৰণ কৰি অসমীয়া ভাষাক যে বঙলা ভাষাৰ পৰা বেলেগাব লাগে এনে ভাব গৱৰ্ণমেণ্টৰ মচতো নাই, সঁচতো নাই। সি বঙালী ভাই-সকলৰ সাৰুৱা মূৰৰ বিকৃত কল্পনাপ্ৰসূতহে। গৱৰ্ণমেণ্টে চিৰকাল যুদ্ধ কৰি আহিছিল অসমীয়া ভাষাক ঠেলি বঙলা ভাষাক অসমৰ ভাষা কৰিবলৈ। আজিও অসম গৱৰ্ণমেণ্টে পাৰিলে অসমীয়া ভাষাৰ গুৰিত বৰকুঠাৰ মাৰি বঙলা ভাষা অসমত ৰোৱে। অসম গৱৰ্ণমেণ্টৰ বঙলা ভাষাৰ ওপৰত অশেষ মমতা। তাৰ সাক্ষীস্বৰূপে আজিলৈকে সাপ মাৰি নেগুৰত বিষ থৈ অনাহকত অসমত বঙলা স্কুলবোৰ ৰাখি

অসমীয়া লৰাক বঙলা শিক্ষা দিবৰ চেষ্টা কৰি অসমীয়া ভাষাৰ আৰু অসমীয়া মানুহৰ মহা অনিষ্ট অসম গৱৰ্ণমেণ্টে কৰিব লাগিছে। ব্যাধিৰ শেষ বৈৰীৰ শেষ এই অকামিলা বঙলা স্কুল অসমৰ পৰা সমূলি নিৰ্ম্মুল নহলে অসমীয়া ভাষাৰ ৰাজ্য অকণ্টকা নহয়। অসমৰ কমিশ্যনৰ কৰ্ণেল হপ্‌কিন্‌ছনৰ পৰা চীফ কমিশ্যনৰ ৱাৰ্ড চাহাবলৈকে অসম গৱৰ্ণমেণ্টৰ ডাঙৰমূৰীয়া বিষয়াসকলে সময় বুজি অসমীয়া ভাষাৰ বিৰুদ্ধে টোকন ধৰি আহিবলৈ ত্ৰুটী কৰা নাই। গৱৰ্ণমেণ্টে মহা-ভ্ৰমত পৰিয়েইতো এসময়ত অসমীয়া ভাষা খেদি বঙলা ভাষা সুমাবলৈ যথেষ্ট চেষ্টা কৰি অসমত বিষম ফল উৎপন্ন কৰিছিল। সেই চেষ্টাৰ ফল স্বৰূপ আজিও খিচিৰি লেখা ভাষা মাজে সময়ে অসমৰ কৰবাত লগ পোৱা যায়। স্বভাৱৰ সোঁতৰ বিৰুদ্ধে সাঁতুৰি ভাগৰি, হাৰি, নিজৰ ভ্ৰম বুজিব পাৰি গৱৰ্ণমেণ্টে আকৌ অসমীয়া ভাষাক তাৰ প্ৰাপ্য ন্যায্য সিংহাসন দিলে। অসমীয়া ভাষাৰ হৈ যদি কোনোবা প্ৰকৃত পক্ষে লৰিছিল, সি গৱৰ্ণমেণ্ট নহয়, সি বিদেশী সদাশয় 'আমেৰিকান মিশ্যনেৰীসকল, যাৰ Divide and Rule পলিচিত কোনো স্বাৰ্থ নাই বা অতি সামান্য স্বাৰ্থ। গৱৰ্ণমেণ্টৰ অধিকাংশ ওখ কৰ্ম্মচাৰীয়ে আজিলৈকে ভ্ৰূকুটি কুটিল আননেৰে অসমীয়া ভাষাৰ ফালে দৃষ্টিপাত কৰিবলৈ এৰা নাই। আৰু আজিলৈকে থাকি থাকি চেলু চাই তেওঁ-বিলাকে অসমীয়া ভাষাৰ ওপৰত বিদ্ৰূপ বাণ বৰষে। মানুহৰ দুৰ্দ্দশা, দিন মন্দ হলে এনে চোকা কাঁৰ অদৃষ্টত অনেক ঘটে। অসমীয়া মানুহ আৰু অসমীয়া ভাষাৰ দুৰ্দ্দশা, দিন মন্দৰ কাল এতিয়াও অন্ত হোৱা নাই। সেই দেখি অসমীয়া মানুহ যে মানুহৰ লগৰ মানুহ নহয়, অসমীয়া সমাজ যে সমাজ নহয়, অসমীয়া ভাষা যে ভাষা নহয়, এনে কথা মূৰ দোঁৱাই নিতাল মাৰি শুনিবলৈ আমি সততে প্ৰস্তুত। উন্নতমনা ন্যায়ৱান 'স্যাৰ জৰ্জ্জ কেম্বেলে' অসমীয়া ভাষাৰ ওপৰত যিফেৰা সুদৃষ্টি কৰি গল, সেই ফেৰাৰ পৰা সাৰ টানি আজি অসমীয়া ভাষা পোখাই উঠিছে। সঁচাসঁচিকৈয়ে যদি অসমীয়া গৱৰ্ণমেণ্টৰ উচ্চ কৰ্ম্মচাৰী-

সকলৰ সম্পূৰ্ণ অন্তৰঙ্গ সহানুভূতি পালেহেঁতেন, তেন্তে সি আজি বঙলা ভাষাৰ সমনীয়া হব নোৱাৰিলেও যে তাৰ ওচৰাউচৰি হব পাৰিলেহেঁতেন এই কথা আমি ডাঠকৈ বিশ্বাস কৰোঁ। মাকৰ মৰমিয়াল পাখিৰ তলত চৰাইপোৱালি বাঢ়ে, ৰজাৰ মৰমিয়াল পাখিৰ তলত প্ৰজা আৰু প্ৰজাৰ সুখ, সম্পদ, সাহিত্য আৰু ভাষা বাঢ়ে। গৱৰ্ণমেণ্টে পাখি দাঙি দি প্ৰজা আৰু প্ৰজাৰ অন্তৰৰ ধন ভাষাৰ মূৰত বদ, বতাহ, বৰষুণ শিল পৰিবলৈ দিলে সি বঢ়া দূৰত থাওক নিৰ্ব্বিঘ্নে জীয়াই থকাও টান। গৱৰ্ণমেণ্টৰ ওখ বিষয়াসকলে সঁচাকৈয়ে অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতি কামনা কৰাহেঁতেন 'টেক্সট্‌বুক্ কমিটী' নগাৰঁত পৰি এনেকৈ ভেকুৰা নেলাগিলহেঁতেন আৰু সেই অপৰূপ পচা কমিটীৰ পচা হাতত পৰি অসমীয়া ভাষা, অসমীয়া সাহিত্যৰ এনে বিলাই-বিপত্তি, লঘু-লাঞ্ছনা নঘটিলহেঁতেন। অসমীয়া পঢ়াশালি পৰিদৰ্শন কৰিবলৈ, বুকুত কুঠাৰ মাৰিলেও শুদ্ধ অসমীয়া এফাকি নোলোৱা ভাৱনাৰ-চো বঙালী ছব্‌ইন্‌স্পেক্টৰ নিযুক্ত নহলহেঁতেন, অসমীয়া শিক্ষিত ডেকাই অসমৰ স্কুলবিলাকত ভাল ভাল কাম পালে-হেঁতেন। অসমীয়া ভাষাৰ প্ৰবীণ লেখাৰু শ্ৰীযুত হেমচন্দ্ৰ বৰুৱা বঙ্গদেশৰ বঙ্কিমচন্দ্ৰৰ নিচিনাকৈ গৱৰ্ণমেণ্টৰ দ্বাৰা যথোচিত সম্মানিত হলহেঁতেন। উৎসাহেই পৃথিৱীত সকলো—বিশেষকৈ ৰজাৰ পৰা পোৱা উৎসাহ। উৎসাহৰ অভাৱত সাৰুৱা মাটিৰ পৰা ওলাই অহা শকত কেওঁটিও জয় পৰি যায়। উৎসাহ পালে শুকান কৰ্ক্বৰীয়া মাটিৰ পৰাও শকত কেওঁ ওলায়। প্ৰকৃত কথা কবলৈ গলে অসমীয়া ভাষা আজি যি এফেৰা টোক্-টোক্-টাক্-টাক্ কৈ মূৰ দাঙি উঠিছে, সি শিক্ষিত দেশহিতৈষী ডেকাসকলৰ উৎসাহ আৰু যত্নত। সি গৱৰ্ণমেণ্টৰ Divide and rule পলিচিৰ ফলতো নহয়। গৱৰ্ণমেণ্টৰ ওখ বিষয়া-সকলৰ কৃপাদৃষ্টিৰ গুণতো নহয়। অসম গৱৰ্ণমেণ্টৰ উচ্চ কৰ্ম্মচাৰী-সকলৰ অনাস্থাত অসমীয়া ভাষা যে মৰি যাব এনেও নহয়। অসমীয়া ভাষা বাটৰ দুবৰি। ভেওঁবিলাকৰ গচকাত অলপ লেৰেলা পৰিব

মাথোন। সুনিশাৰ নিয়ৰ পালে সি আকৌ ঠন্ ধৰি উঠিব। তাৰ শিপা তুলি ৰ'দত শুকাই, জুই দি সুপুৰিলে তাক মাৰিব নোৱাৰি। কঠিন ব্যৱহাৰত তাৰ উন্নতি অলপ পাছুৱাই পৰিব মাথোন, কিন্তু তাৰ বিনাশ নঘটে। যেতিয়ালৈকে অসমীয়া জাতি মৰি উছন নহয় তেতিয়ালৈকে অসমীয়া ভাষা থাকিব। যি ভাষাত শঙ্কৰদেৱ, মাধৱদেৱ, অনন্তকন্দলিয়ে লেখিছিল, যি ভাষাত দশম, কীৰ্ত্তন, ঘোষা, ৰত্নাৱলী আছে, যি ভাষাত আদিকবি বাল্মীকিৰ সাতকাণ্ড ৰামায়ণ, বেদব্যাসৰ সপ্তাদশ পৰ্ব্ব মহাভাৰতৰ সুমধুৰ ভাঙনি আছে, যি ভাষালৈ শাস্ত্ৰশ্ৰেষ্ঠ শ্ৰীমদ্ভাগৱত আৰু হিন্দু ধৰ্ম্মৰ কহিনুৰ ভগৱদ্গীতা মধুৰ ছন্দত তৰ্জ্জমা হৈছে, যি ভাষাৰ বিস্তৰ পুৰাণ, বুৰঞ্জী, ইতিহাস, কাব্য আছে, যি ভাষা আজি পাঁচশ বছৰৰ পৰা উন্নত লিখিত ভাষাৰূপে চলি আহিছে, সেই ভাষা যে মতিভ্ৰম দুজন এজন গৱৰ্ণমেণ্টৰ কৰ্ম্মচাৰী বা নপঢ়ি-সুশুনি হোৱা ওজাৰ অৱহেলা, উপহাস বা বিদ্ৰূপত মৰি যাব এনে ভাবৰ এটি কণিকা পৰ্য্যন্তইও আমাৰ শৰীৰত এটোপা অসমীয়া তেজ থাকে মানে ঠাই পাব নোৱাৰে।

ইংৰাজ-হাতীৰ আহি লৈ আজিকালি ভাৰতবৰ্ষীয় নিগনিয়েও ভ্ৰমণ-বৃত্তান্ত লেখিবলৈ শিকিছে। ডাক্জাহাজৰ অনুগ্ৰহত অসমলৈকো মাজে মাজে ভ্ৰমণ-বৃত্তান্ত লেখাৰোগগ্ৰস্ত বঙালী গৈ দুই চাৰি দিন থাকি ধুবুৰীৰ পৰা সদিয়ালৈকে অসমৰ ৰাজনৈতিক, সামাজিক, ঐতিহাসিক প্ৰভৃতি কথা সেই দুই চাৰি দিনৰ ভিতৰতে কপ্ কপ্ কৰে ধৰি টোটালাত ভৰাই উভতি আহি কলিকতাৰ সস্তা ছাপাখানাত উদগাৰ কৰি দিয়ে। ছাপাখানাৰ কলত পৰি অচিৰতে সেইবিলাক শকত শকত 'আসাম ভ্ৰমণ' কিতাপ হৈ ওলায়। সেই ভ্ৰমণ-বৃত্তান্তবিলাকত অসমৰ সম্পৰ্কে অনেক নতুন অদ্ভুত কথা থাকে। পঢ়িলে কেতিয়াবা হাঁহি উঠে আৰু কেতিয়াবা ভ্ৰমণকাৰীসকলৰ আস্পৰ্দ্ধা আৰু সাধুকথা লেখিবৰ ক্ষমতাক প্ৰশংসা কৰিবৰ মন যায়। এনেবিলাক 'বটতলীয়া' কিতাপৰ পৰা অসমৰ লাভো নাই, লোকচানো নাই। লাভ-লোকচান 'বটতলা'ৰ।

গৱৰ্ণমেণ্টৰ বিষয়া বা বাহিৰা লোকৰ নিষ্ঠুৰ আক্ৰমণত এক প্ৰকাৰে চাবলৈ গলে অসমীয়া ভাষাৰ ভালেমান উপকাৰ হৈছে। তেওঁবিলাকে যিমান উপলুঙা কৰি ভাষাটো উৰাই দিবলৈ চেষ্টা কৰিছে, সিমান আমি মুঠি বান্ধি তাৰ উন্নতি কৰিবলৈ সাধ্যমতে যত্ন কৰিছোঁ। তেওঁবিলাকৰ শাপ, অসমীয়া ভাষাৰ পক্ষে বৰ। তেওঁবিলাকৰ নাগপাশৰ বান্ধ, আমাৰ ভাষাৰ পক্ষে পৰম প্ৰসাদ। এইটো স্বাভাৱিক নিয়ম। অসমীয়া ভাষাৰ বিৰুদ্ধবাদীসকল পৰোক্ষভাৱে অসমীয়া ভাষাৰ পৰম বন্ধু। তেওঁবিলাকে চোকা লাংচিঙেৰে অসমীয়া ভাষাৰ কুমত যিমান খুচিব, অসমীয়া ভাষা সিমান বেগেৰে উন্নতিৰ বাটত আগবাঢ়িব। মিছাক আক্ৰমণ কৰিলে সি ধ্বংস পায়, কিন্তু সত্যক আক্ৰমণ কৰিলে তাৰ তেজ-শক্তি বাঢ়ি সি দোপতদোপে আগবাঢ়ি যায়। সংসাৰৰ ই এক বিচিত্ৰ নিয়ম। 'ইণ্ডিয়ান নেছনেল কংগ্ৰেছ'ৰ শত্ৰুবিলাক কংগ্ৰেছৰ পৰম বন্ধু, অশেষ উপকাৰী। কংগ্ৰেছৰ যদি বেছি উপকাৰ কোনোবাই কৰিছে তেন্তে তাক সৈয়দ আহমদ, 'পায়নিয়েৰ' আৰু 'ইংলিছমেন' আদি কংগ্ৰেছৰ দুৰ্দ্দান্ত শত্ৰুবিলাকে। দূৰলৈ নগৈ আমাৰ ঘৰৰ উদাহৰণকে এটা দিওঁ। বছৰচেৰেকৰ আগেয়ে এবাৰ শ্ৰীহট্টীয়া ডেকা জনচেৰেকে অসমীয়া ভাষাক আক্ৰমণ কৰি ইংৰাজী বাতৰিকাকতত খনদিয়েক চিঠি পেথিছিল। তাৰ দ্বাৰা যে আমাৰ ভাষাৰ কিমান উপকাৰ হল বৰ্ণাই শেষ কৰিব নোৱাৰোঁ। সেই আক্ৰমণো আমাৰ পক্ষে শাপ নহৈ বৰ হৈছিল আৰু তাৰ ফল স্বৰূপে এই 'অসমীয়া ভাষা উন্নতি সাধনী সভা' আৰু 'জোনাকী' কাকত পালোঁ। এই সভাৰ আৰু এই কাকতৰ পৰা যে অসমীয়া ভাষাৰ কিমান উপকাৰ হল, হৈছে আৰু হব, তাক সকলো চিন্তাশীল অসমীয়াই বুজিব পাৰিছে। এই সভা যদিও এতিয়া ক্ষুদ্ৰ অৱস্থাত আছে, তথাপি সময়ত ই যে এক প্ৰকাণ্ড অনুষ্ঠান হব এনে আশা দেশহিতৈষী প্ৰত্যেক অসমীয়ায়েই মনত পুহিছে। ক্ষুদ্ৰ গুটিটিৰ পৰা বিশাল বৰ গছ হয়। "Do not despise small things" উনৈশ শতিকাৰ বিৰাট বীৰপুৰুষ নেপোলিয়ন বোনাপাৰ্টৰ কথা।

বঙ্গদেশতো আধুনিক বঙ্গভাষাৰ আদি অৱস্থাৰ সময়ত সেই ভাষা লৈ এনে বাক্-বিতণ্ডা, বাদ-প্ৰতিবাদ, সমৰ্থন, আক্ৰমণ প্ৰখৰৰূপে চলিছিল। সেইবিলাকে পৰোক্ষভাৱে বঙ্গভাষাৰ গুৰিত উন্নতিৰ বাটত সোঁ সোঁ কৰে আগবাঢ়ি আহিবলৈ ধৰিলে। বঙলা ভাষাই দুই শ্ৰেণী লোকৰ পৰা প্ৰতিবন্ধতা পাইছিল। সংস্কৃতানুৰাগী বঙালী পণ্ডিত আৰু ইংৰাজী ভাষানুৰাগী শিক্ষিত বঙালী। কালৰ সোঁতত সেইবোৰ আজি কলৈ উটি গল কোনে কব পাৰে?

অসমীয়া ভাষা বঙলা ভাষাৰ পৰা ওলাইছে নে চাইনিজ্ ভাষাৰ পৰা ওলাইছে, এই কথা আমাক এতিয়া নেলাগে; (যদিও আমি সুন্দৰকৈ জানো আৰু যদিও ভাষাবিদ্ পণ্ডিতসকলে সুন্দৰকৈ প্ৰমাণ কৰিছে যে বঙলা, উড়িয়া, হিন্দী আদি ভাষাৰ সৈতে তাৰ ভাই ভাই সম্বন্ধ)। আমি দেখিছোঁ, আমি পাইছোঁ, আমি বুজিছোঁ, অসমীয়া এটা ভিন্ন ভাষা। অসমীয়া আমাৰ মাতৃভাষা। মাতৃভাষাৰ উন্নতি আমাৰ সাধ্যমতে, অদম্য উৎসাহ, অশেষ যত্ন, অশেষ পৰিশ্ৰমেৰে আমি কৰি যাব লাগে। এয়েই আমাৰ কৰ্ত্তব্য কাম। আমি কাৰো নিন্দা বা প্ৰশংসালৈ আঁ কৰি মুখ মেলি নেথাকোঁ। বঙলা কাকতত বঙালীয়ে যিমান পাৰে কাকত, কাপ আৰু মহী খৰচ কৰি প্ৰবন্ধ লেখি অসমীয়া ভাষাক ভাষা নোহোৱাটো প্ৰমাণ কৰক। বঙালী ভ্ৰমণকাৰী, কি ইংৰাজী ভ্ৰমণকাৰীয়ে যিমান পাৰে অসমীয়া সমাজক, অসমীয়া ভাষাক আক্ৰমণ কৰক। সেইবিলাক আক্ৰমণলৈ, সেইবিলাক বৰলৰ কামোৰলৈ, আমি ভ্ৰুক্ষেপ নকৰাকৈ প্ৰাণপণে মাতৃভাষা, মাতৃভূমিৰ উন্নতি সাধিবলৈ কায়মনো-একচিত্তে, আহাঁ অসমীয়া ভাইহঁত! লাগি যাওঁহক। আমাৰ এতিয়া তৰ্কবিতৰ্ক বা বাকবিতণ্ডাত লাগি সময় আৰু শক্তিক অপব্যৱহাৰ কৰিবৰ সময় নহয়। তৰ্ক কৰাই তৰ্ক কৰি যাওক। প্ৰমাণ কৰাই যি পাৰে প্ৰমাণ কৰি যাওক। সেইবিলাকৰ উত্তৰ-প্ৰত্যুত্তৰত সময় নকটাই আঁহা আমি অদম্য উৎসাহেৰে অসমীয়া

ভাষাৰ পুথি, কিতাপ, প্ৰবন্ধ, ৰচনা প্ৰভৃতি লেখিবলৈ ধৰি যাওঁহঁক। অসমীয়া ভাষা ভাষা নহয় বুলি প্ৰমাণ কৰিবলৈ যি যায় তাৰ কথাৰ যদি উত্তৰ দিবলৈ আজি আমি যাওঁ, কাইলৈ যেতিয়া সি অসমীয়া মানুহৰ মুৰ নাই, যদিও আছে, সি কাষলতিৰ তলত, এনে কথা প্ৰবন্ধ কি কিতাপত লেখি প্ৰমাণ কৰিবলৈ যাব, তেতিয়া আমি কি কৰিম? আপুনি শকত হলে কেতিয়াও নেলাগে পৰৰ ভকত। অসমীয়া শিক্ষিত ভাই! যেয়ে যিহকে কওক, সেইবিলাক কথালৈ আওকাণ কৰি আহাঁ, আমি অসমীয়া সাহিত্যৰ, অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে দিনে-ৰাতিয়ে পৰিশ্ৰম কৰি কিতাপ লেখোঁ, কাকতত সাকুৱা প্ৰবন্ধ লেখোঁ, সভাত অসমীয়া ভাষাত ৰচনা পাঠ কৰোঁ, অসমীয়াৰে বক্তৃতা দিবলৈ শিকোঁহক, ইংৰাজী আদি ভাষাৰ পৰা ভাল ভাল সাকুৱা পুথি আমাৰ ভাষালৈ ভাঙি আমাৰ ভাষা শকতআবত কৰোঁহক। অভিধান, ব্যাকৰণ নাই বুলি গালত হাত দি বেজাৰ কৰি বহি সময় নকটাবাহঁক। অভিধান, ব্যাকৰণৰ অভাবত ভাষাৰ উন্নতিৰ সোঁত বৈ নেথাকে। সকলো ভাষাৰ ইতিহাসলৈ চাই পঠিয়ালেই এই কথাৰ সঁচা-মিছা বুজিব পাৰি। ইংৰাজী-ভাষাৰ ভাল অভিধান, ব্যাকৰণ হবৰ কেই দিন হল? ক'তা? ইংৰাজী ভাষা, ইংৰাজী সাহিত্যইতো অভিধান, ব্যাকৰণৰ অপেক্ষাত বহি থকা নাছিল। বহি থকাহেঁতেন ইংৰাজী ভাষা, ইংৰাজী সাহিত্য হব পাৰিলেহেঁতেন নে? অভিধান, ব্যাকৰণ যেতিয়া হয় হব, সম্প্ৰতি সি নোহোৱা বাবে অসমীয়া ভাষাৰ উন্নতি পথত একো প্ৰতিবন্ধক নাই। প্ৰথমে ভাষা, তাৰ পিছতহে অভিধান-ব্যাকৰণ। অভিধান-ব্যাকৰণ ভাষাৰ লেমটো। ভাষা অভিধান-ব্যাকৰণৰ লেমটো নহয়। সময়ত অভিধান-ব্যাকৰণৰ অভাব আমাৰ আপুনি গুচিব। হ্ৰস্ব ই, দীৰ্ঘ ঈ, মূৰ্দ্ধণ্য ণ, দন্ত্য ন ইত্যাদি বিষয় লৈয়ো দন্দ-হাই, কিলাকিলি পৰিত্যাগ কৰি আহাঁ, আমি প্ৰকৃত সাকুৱা সাহিত্য ৰচনাৰ ফালে চকু দিওঁহক। ছেক্সপীয়েৰৰ, মিল্টনৰ

লেখাৰ বাটত বানানে ব্যাঘাত জন্মোৱাহেঁতেন, ইংৰাজী সাহিত্যই ছেক্সপীয়েৰ, মিল্টন নেপালেহেঁতেন *

## দ্বিতীয় বক্তৃতা

যোৱা বাৰৰ বক্তৃতাত অসমীয়া ভাষাৰ সম্পৰ্কে দুটামান কথা কোৱা গৈছিল। বক্তৃতাত ভাষাৰ বিষয়ে আৰু দুটামান কথা কবৰ ইচ্ছা। বাস্তবিক পক্ষত এই বক্তৃতাটোৰ নাম 'অসমীয়া ভাষা' নহৈ যে কেৱল 'ভাষা' হব লাগিছিল, আপোনালোকে বক্তৃতাটো শুনিলেই বুজিব পাৰিব। কিন্তু মাযা-মমতা লৈযেই সংসাৰখন। মমতাৰ ডোল চিঙিব নোৱাৰি। মূৰ শিতানৰ "ভাষা"-গাৰুটিৰ ভিতৰত অসমীয়া এই কমোৱা তুলা সুমাই দি কোমলকৈ লৈ গোটেইটোৰ নাম "অসমীয়া ভাষা" ৰাখিলোঁ। এই কোমল গাৰুত মূৰ থৈ আপোনা-সকলৰ আগত সঁচাই-মিছাই অলপ লেবলেবাওঁ। দায-দোষ নধৰি দযা কৰি শুনিলে পৰম কৃতাৰ্থ হম।

মাতৃভূমি আৰু মাতৃভাষাতকৈ কিবা সোৱাদ বস্তু এই পৃথিৱীত আছে নে কব নোৱাৰোঁ। মানুহ যিমান কি নিজ দেশ আৰু নিজ মাতৰ পৰা আঁতৰি থাওক, হেজাৰ সি মুখেৰে স্বদেশ আৰু স্বভাষা দ্ৰোহী হওক, তাৰ অন্তৰ যদি সঁচাসঁচিকৈয়ে মানুহৰ অন্তৰ হয়, তেন্তে যি মাতৃভাষা আৰু মাতৃভূমিৰ নামত দ্ৰৱ নহৈ নোৱাৰে। জানি-শুনিয়েই সংস্কৃত কৱিয়ে 'জননী-জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী' বুলি মানুহৰ মনৰ কথাটি সুন্দৰ দেৱভাষাত কৈ গৈছে। স্বৰ্গলৈ গলে কেনে সুখ-সন্তোষ পোৱা যায় কব নোৱাৰোঁ কিন্তু জননী আৰু জন্মভূমিলৈ গৈ মাতৃ আৰু মাতৃভূমিৰ মুখৰ পৰা মধুৰ মাতৃভাষা শুনিবলৈ পালে আমি স্বৰ্গলৈ যাবলৈ ইন্দ্ৰৰ পৰা পোৱা নিমন্ত্ৰণো যে অস্বীকাৰ কৰিবলৈ সাজু আছোঁ, তাক বোধকৰোঁ স্বয়ং ইন্দ্ৰইও জানে।

* জোনাকী, ৫ম ভাগ: ৫ম-৬ষ্ঠ সংখ্যা (মাঘ ফাগুন, ১৮১৬ শক)

মাতৃভাষাটো বাদ দিলে জননী আৰু জন্মভূমিৰ মূল্য সৰহ ভাগ বাদ পৰে। আনি বাহিৰত যিমান কি লাগে বিদেশী বেৰেৰিবাং মাতেৰে কথা কওঁ, আপোন দেশলৈ গৈ আপোন আইৰ মুখৰ পৰা মিঠা দেশী মাতৰ কথা শুনি কাণ জুৰাবলৈ নেপালে আমাৰ ঘৰক ঘৰ যেন নেলাগি বাঁহতল যেন লাগিব। "আই মোৰ ভোক লাগিছে।" "আহাঁ মোৰ বোপাই! পকাখৰিচা দি লফা শাকৰ আঞ্জা ৰান্ধি থৈছোঁ। তাৰে দুগৰাহমান ভাত খোৱাঁহি।" এনে মাতৰ সলনি, আইৰ ঘৰলৈ গৈ আইৰ মুখৰ পৰা যদি শুনো "গুড্ মর্ণিং মাই ডিয়েৰ ছন্! বয়! বাবা চাহাবকা ওৱাস্তে খানা নাও" তেন্তে মনত কেনে লাগিব? প্ৰত্যেক অসমীয়াই আপোনাৰ মনতে আপুনি কথাটো গমি চাওক। ইংৰাজ গ্ৰীন্‌লণ্ডতে থাওক, কি ফক্‌লণ্ডতে থাওক, বিলাতত তেওঁৰ চৈধ্যপুৰুষৰ ভিতৰতো ভেটী-মাটি এচমকা নাথাকিলেও বিলাতৰ নাম শুনিলেই "হোম্ ছুইট্ হোম্" গীত ধৰি তেওঁ জপিয়াই উঠে। ইংৰাজ জাতিৰ অতিশয় স্বদেশপ্ৰেম, স্বভাষাত আস্থা আৰু আত্মগৌৰৱ প্ৰবল দেখিয়েই জগতত সি আজি ইমান ওখ। আমাৰ এটা কথা আছে, "দাঁত নসৰিলে দাঁতৰ মোল নুবুজি।" অসমৰ পৰা আমি সৰি নপৰিলে বা অসম আমাৰ পৰা সৰি নপৰিলে অৰ্থাৎ অসমৰ পৰা আমি বিদেশলৈ ওলাই নাহিলে, অসম, অসমীয়া আৰু অসমীয়া ভাষাৰ আমি ভালকৈ মোল বুজিব নোৱাৰোঁ। প্ৰণয়ৰ সোৱাদ বুজিবলৈ যেনেকৈ বিচ্ছেদ লাগে—অসম, অসমীয়া আৰু অসমীয়া ভাষাৰ সোৱাদ বুজিবলৈ তেনেকৈ আমাৰ সেইবিলাকৰ পৰা কিছুকাল স্থায়ী বিচ্ছেদৰ আৱশ্যক। মোৰ আজিলৈকে মনত আছে—বহুগুণী স্বদেশপ্ৰেমিক শ্ৰদ্ধাভাজন ৺গুণাভিৰাম বৰুৱাই কৈছিল, এবাৰ তেওঁ পশ্চিমলৈ ফুৰিবলৈ যাওঁতে সেই ফালে কোনো এঠাইৰ ৰেইলৱে ষ্টেশ্যনত তীৰ্থ কৰিবলৈ যোৱা হঠাৎ এটা অসমীয়া গাঁৱলীয়া মানুহ দেখিবলৈ পাই তেওঁ ইমান আনন্দিত হৈছিল যে তাক তেওঁ লৰ মাৰি সাৱটি নধৰি থাকিব নোৱাৰিলে। সেইটো মানুহে অসমত গুণাভিৰাম বৰুৱাৰ নিচিনা লোকৰ পৰা আলিঙ্গন

পোৱা দূৰত থাওক, মাত একেষাৰ পাবলৈকো তপস্যা কৰিব লাগিলহেঁতেন।

যাওক এইবিলাক, ৰাজভগনৰ কথা কবলৈ গৈ আমি বাতুলীয়ে কল খোৱা কথাত পৰিলোঁহি। আজিৰ বক্তৃতাত কবলগীয়া কথালৈ যাওঁ।

ভাষা কাক কয়? ভাষাটো কি বস্তু? ভাষাৰ প্ৰধান লক্ষণ কি? এনেবিলাক প্ৰশ্নৰ উত্তৰ যাকে সোধা যায়, সেয়ে মোটামুটি কৈ দিবলৈ আগবাঢ়িব। কিন্তু উত্তৰ দিওঁতাসকলে এইবোৰ প্ৰশ্নৰ উত্তৰ দিয়াটো যিমান উজু বুলি ভাবে, স্বৰূপতে সিমান উজু হোৱাহেঁতেন অতি পুৰণি প্লেটো আৰু এৰিষ্টটল'ৰ কালৰ পৰা আজিৰ হুইটনি আৰু মেক্স-মুলাৰৰ কাললৈকে ভাষাজ্ঞসকলৰ পৰা এইবোৰ প্ৰশ্নৰ উত্তৰ তিনিশ তিনিটা বিধিয়া হৈ নোলালহেঁতেন। এই বিচিত্ৰ সংসাৰত প্ৰায়েই দেখিবলৈ পোৱা যায় যে যিবিলাক কথাৰ উত্তৰ আমি অতি উজু বুলি ভাবোঁ সেইবিলাক কথাৰে উত্তৰ দিবলৈ গৈ আমি পেপুৱা লাগি যাওঁ। তাহানি মহাজ্ঞানী ছক্ৰেটিচে গ্ৰীচৰ পণ্ডিতাভিমানী ছফিষ্টবিলাকক তেওঁবিলাকে যিবোৰ কথা লৈ নিতৌ দীঘল দীঘল বক্তৃতা কৰে, সেইবিলাক কথাৰ সংজ্ঞা, মানে, সুধিবলৈ ধৰিলত তেওঁবিলাকৰ বিদ্যাবুদ্ধি সোপাই তল পৰি গল। যিবিলাক কথা আমি বেছ বুজিছোঁ, সেইবিলাক কথা কি বুজিছোঁ যদি কাৰবাক বুজাই কবলগীয়াত পৰোঁ অনেক সময়ত আমাৰ গা জ্বৰ-ঘামে ঘামি যায়।

মানুহে মনৰ চিন্তা বা ভাব প্ৰকাশ কৰিবৰ সঙ্কেত স্বৰূপে নানা-প্ৰকাৰে লগ লগোৱা আৰু সজোৱা যিবিলাক নানাসুৰীয়া শব্দ বা মাত ব্যৱহাৰ কৰে সেইবিলাককে ভাষা বোলা যায়। যিবিলাক মাত মাতোঁ, ভাষা নাম পাবৰ আগেয়ে সেইবিলাক অৰ্থবোধক হব লাগে, নতুবা অৰ্থশূন্য বান্দৰৰ কিচিমিচি বা বনৰীয়া চৰাইৰ গীতৰ সৈতে তাৰ একো প্ৰভেদ নাথাকে। ভাষা ভাবৰ বাহ্যিক আকৃতি। নিৰাকাৰ মন লোকৰ আগত সাকাৰ হৈ প্ৰকাশ হবৰ নিমিত্তে ভাষাৰূপে আমাৰ মুখত অৱতাৰ। বিদেশী ভাষাৰ শব্দবিলাক যি বুজে, তাৰ নিমিত্তেহে সেইবিলাক ভাষা।

যি নুবুজে তাৰ নিমিত্তে সেইবিলাক ঠকাৰ মাত বা ঢেঁকীৰ কোব। তুমি আমি জাৰ্মাণ বা ৰুছিয়ান ভাষা নেজানো। তোমাৰ আমাৰ পক্ষে সেই দুই ভাষাৰ কথাবোৰ আচহুৱা দোৱান আৰু ভদীয়া কাউৰীৰ কেলকেলনিৰে সৈতে সমান। তোমাৰ আমাৰ পক্ষে সি ভাষা নহয়।

আমাৰ মনৰ ভাব মুখৰ বাহিৰে আন আন উপায়েৰেও প্ৰকাশ কৰিব পাৰি। সেইবিলাক উপায়ৰ ভিতৰত লেখাটো প্ৰধান। কিন্তু লেখাটো ভাব প্ৰকাশ কৰিবৰ প্ৰথম সাঙ্কেতিক উপায় নহয়। ভাবটোক মুখৰ শব্দই, শব্দটোক লেখাই প্ৰকাশ কৰে। অৰ্থাৎ লেখাই সমুখা-সমুখিকৈ ভাব প্ৰকাশ কৰিব নোৱাৰি শব্দৰ গাত আঁৰ লৈ তাক প্ৰকাশ কৰে। কোৱা ভাষা আছে বুলিয়েইতো লেখা ভাষা হল। কোৱা ভাষা নহলে লেখা ভাষা ঘৰ-দুৱাৰ, মাটি-ভেটি নাইকিয়া কেলেহুৱা। লেখা ভাষা কোৱা ভাষাৰ ফটোগ্ৰাফ বা নক্সা। কোৱা ভাষা নেথাকিলে আহিঁশূন্য নক্সাৰ অস্তিত্ব কত? যি কেৱল কিতাপ পঢ়িয়েই বিদেশী ভাষা শিকে, সেই ভাষাত সি কথা কব খুজিলে কেনে বিপদত পৰে তাক সকলোৱে বঢ়িয়াকৈ জানে। সি তেতিয়া চকুৰ ভাষাক কাণৰ ভাষালৈ তৰ্জ্জমা কৰিবলগীয়াত পৰে। প্ৰথমে কাণৰ ভাষা, তাৰ পিছতহে চকুৰ ভাষা। ভাষাক একেবাৰেই চকুৰ ভাষা কৰিব পাৰি 'হাইৰোগ্লিফিক্সে'ৰে অৰ্থাৎ পুৰণি ইজিপ্ত-বাসীবিলাকৰ দৰে নক্সা আঁকি। কিন্তু এই নক্সা অঁকা প্ৰথাৰে মানুহৰ ভিতৰত মনৰ ভাব সলনাসলনি কৰিব লগাহেঁতেন মানুহৰ উন্নতি পয়া লগা লৰাৰ নিচিনা একেবাৰেই ঠিহিৰা মাৰি ৰলহেঁতেন। যাৰে তাৰেতো নক্সা-অঁকা বিদ্যা নাহে। ভালকৈ নক্সাটো অঁকা নহলেও আনৰ পক্ষে বুজি উঠা টান। নক্সাই বাহিৰা বস্তুবোৰহে আঁকি দেখুৱাব পাৰে। 'এব্‌ষ্ট্ৰেক্‌ট্' ভাববোৰ অৰ্থাৎ বস্তুৰ পৰা পৃথক কৰি বুজুৱা গুণ বা অৱস্থা প্ৰকাশক ভাববোৰ, ক্ৰিয়া আৰু বিশেষণ প্ৰভৃতি ভাব তাৰে দেখুৱাটো প্ৰায় অসম্ভৱ। আপোনাসকলৰ মনত থাকিব পাৰে, আজি বছৰচেৰেক হল স্পেন্সাৰ নামেৰে এজন

ইংৰাজ বেল্লুনিষ্ট্ কলিকতালৈ আহি বেলুনত উঠি লোকক ৰং দেখুৱাওঁতে এবাৰ তেওঁ কানে-কানমাৰিয়েহে সাৰি গল। সেইবাৰ কলিকতাৰ পথাৰৰ পৰা তেওঁ বেলুনত উঠিছিল। বেলুনে চকুৰ পচাৰতে তেওঁক ক'ৰবালৈ উৰাই লৈ দৃষ্টিৰ অগোচৰ কৰিলে দেখি এই নগৰৰ মানুহ আটাইবোৰে মহাচিন্তিত হৈ তেওঁৰ বিপদৰ আশঙ্কা কৰিবলৈ ধৰিলে। ছুদিনৰ মূৰত বাতৰি পোৱা গল যে তেওঁ 'বাৰাসত' বুলি এখন ঠাইত পৰিছিলগৈ। স্পেঞ্চাৰ বিলাতৰ পৰা অহা একেবাৰেই নতুন মানুহ। ভাৰতৰ কোনো ভাষাকে নেজানে আৰু বাৰাসতৰ গাঁৱলীয়া মানুহেও ইংৰাজী নুবুজে, গতিকে তেওঁ মহাবিপদত পৰিল। ঠাৰে-চিয়াঁৰে খোৱা বস্তু খুজি তেওঁ পেটৰ ভোক খেদালে, কিন্তু তাৰ পৰা আহিবলৈ গাড়ী পোৱা যায় নে নেযায় এই কথা বুজাব নোৱাৰি তেওঁ মস্কিলত পৰিল। শেহত গাড়ী এখনৰ নক্সা এটা মাটিত আঁকি সিহঁতক কোনোমতে কথাটো বুজাব পাৰিলে। এই ঘটনাৰ পৰা বুজিব পাৰি যে নক্সা অঁকা ভাষাত কথা কোৱা ভাষাতকৈ এইটো বেছি সুবিধা আছে যে তাক পৃথিৱীৰ সকলো মানুহেই বুজিব পাৰে ; কিয়নো তাৰ সঙ্কেতবোৰ কোৱা ভাষাৰ দৰে মইমতীয়া ( arbitrary ) নহয়।

সঙ্কেতেৰে ভাব প্ৰকাশ কৰিবৰ আৰু এক উপায় আছে—যাক অঙ্কভাষা বুলিব পাৰি—যেনে ১, ২, ৩, ক, খ, গ। এই অঙ্কভাষা আধুনিক আৱিষ্কৃত আৰু ইয়াৰে মানুহৰ দৈনিক কাম-কাজ সুচাৰুৰূপে চলাব নোৱাৰি। ঠাৰে-চিয়াঁৰে কথা কবৰ এটা উপায় আছে, যাক আমি ঠাৰীচিয়াঁৰী ভাষা বুলিব খোজোঁ। আমাৰ শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গবিলাকৰ বিশেষকৈ হাতৰ অঙ্গিভঙ্গি কৰি আমি এই ভাষাৰে মনৰ ভাব প্ৰকাশ কৰোঁ। এনে ভাষাৰে আমাৰ ভালেমান সাধাৰণ আৱশ্যকীয় অভাৱ প্ৰকাশ কৰিব পাৰোঁ। যেনে "মোৰ ভোক লাগিছে" "টোপনি আহিছে" ইত্যাদি। কলা-বোবা মানুহে এই ঠাৰী-চিয়াঁৰী

ভাষাৰেই কাম চলায়। ঠাৰী-চিয়াঁৰী ভাষা নক্সা অঁকা ভাষাৰ দৰে কথা-কোৱা ভাষাতকৈ এই হিচাপে অলপ শ্রেষ্ঠ যে তাৰে গোটেই পৃথিৱীৰ মানুহেৰে সৈতে অলপঅচৰপ কাম চলাব পাৰি। এই ভাষাৰে নগাৰে সৈতে ইংৰাজে, ইংৰাজৰ সৈতে অসমীয়াই, অসমীয়াৰে সৈতে জাপানীয়ে কথা কব পাৰে। ঠাৰী-চিয়াঁৰী ভাষাটো মানুহৰ প্রকৃতিগত। মানুহে কোৱা-ভাষা উপাৰ্জ্জন কৰাৰ আগেয়ে সম্ভবতঃ এই ঠাৰী-চিয়াঁৰী ভাষাত কথা কৈছিল। অতি আদিতে মানুহ আৰু পশুৰ ভিতৰত যেতিয়া প্রভেদ কম আছিল, তেতিয়া বোধকৰোঁ এই ভাষাই চলিত আছিল। এই ভাষা আমাৰ বাপতিসাহোন আৰু আমাৰ পুৰুষানুক্রমিক গুণাধিকাৰৰ ফল। এই ভাষাৰেই পোন্ধৰ শতিকাত প্রথমতে পর্ত্তুগিজ্ বেপাৰীয়ে দাক্ষিণাত্যৰ মালাবাৰী বেপাৰীৰে সৈতে বেহা-বেপাৰ কৰি নিজৰ দেশৰ শোকোতা দি ৰত্নগর্ভা ভাৰতৰ মুকুতা জাহাজ ভৰাই আপোন দেশলৈ লৈ গৈছিল। এই ভাষাৰেই আজি মুদৈ-চূড়ামণি ইংৰাজে আফ্রিকাৰ দুর্গম অৰণ্যত সোমাই ৰঙা বগা কাচৰ মণি হাতত আৰু উলামুলা কৰিলে মার্টিনী হিলৈৰ গুলী মূৰত দি লবেঙুলাৰ নাঙঠা প্রজাৰে সৈতে বেহা-বেপাৰ চলাব লাগিছে। এই ভাষাৰেই অসমীয়া সাউদে আৰু চলে-চেলুৱে, কলে-কৌশলে ধকুৱা অসমীয়াক গিলোঁতা মাৰোৱাৰী বেপাৰীয়ে অঁকা আৰু ডফলাৰ চকুত ধূলি মাৰি সিহঁতেৰে সৈতে ৰবৰ এঠা আৰু কপাহ আদিৰ ব্যৱসায় কৰি ধনী হব লাগিছে। এনে কিছুমান ভাব আছে, যি মনত উদয় হলেই তাৰ লগে লগে শৰীৰৰ অঙ্গিভঙ্গিও উদয় হয়। যেনে খং উঠিলে কপালৰ গাঁথি থোপা হয়, বং লাগিলে মুখৰ কোৱাৰি দুখন কোঁচ খাই গৈ যাৰ বগা দাঁত আছে ওলায়, যাৰ ক'লা দাঁত আছে ওলায়, যাৰ বগা দাঁত, কলা দাঁত একো নাই তাৰ ৰঙা আলু ওলায়, আমাক সুখবৰ দিয়ে যে সেইটো হাঁহি। যাৰে তাৰে অঙ্গিভঙ্গি দেখিলেই আমি অনেক সময়ত স্বভাৱতে বুজিব পাৰোঁ,

তাৰ মনত কি ভাব ওলাইছে। ঠাৰী-চিয়াঁৰী ভাষাৰ পৰা আমি ইমান উপকাৰ পাওঁ যে কথা-কোৱা ভাষা ব্যৱহাৰ কৰোঁতেও আমি তাৰ ওচৰত হাত নেপাতি নোৱাৰোঁ। বক্তা বহুত দূৰত থকাৰ গতিকে আমি তেওঁৰ কথা শুনিবলৈ নেপালেও, তেওঁ ঠাৰে-চিয়াঁৰে কি কৈছে, আমি বুজিব পাৰোঁ। মানুহ সভ্যতাৰ জখলাত যিমান খোপে খোপে উঠি আহিছে, কথা কওঁতে তেওঁৰ সিমান ঠাৰ-চিয়াঁৰ বাদ পৰি আহিছে। অশিক্ষিত গাঁৱলীয়া মানুহে শিক্ষিত মানুহতকৈ বেছি ঠাৰ-চিয়াঁৰ ব্যৱহাৰ কৰে। সভা-সমিতিত লোকৰঞ্জক বক্তাসকলে বেছিকৈ ঠাৰচিয়াঁৰ অঙ্গিভঙ্গিৰ সহায় লয়, কাৰণ সৰ্ব্বসাধাৰণ অশিক্ষিত মানুহৰ মূৰত কথাবোৰ দকৈ বহুৱাই দিবৰ নিমিত্তে সি অতি লাগতিয়াল। শিক্ষিত পণ্ডিত জজৰ আগত বক্তৃতা দিয়া বাৰিষ্টাৰৰ কথাৰ লগত সিমান অঙ্গিভঙ্গি নাই, ৰাজনীতি আলচ কৰা ৰাজহুৱা সভাৰ বা মেলৰ বক্তাৰ বা মেলুৱৈৰ কথাৰ লগত যিমান থাকে। ঠাৰী-চিয়াঁৰী ভাষাই কথা-কোৱা ভাষাক খেদাই কেতিয়াও তাৰ বহাত বাহ লব নোৱাৰে। সি কোৱা ভাষাৰ লগুৱা মাথোন গিৰিহঁত নহয়। কোৱা ভাষা য'ত য'ত ৰেঙায়, ঠাৰী-চিয়াঁৰী ভাষাই ত'ত ত'ত সেই ৰেঙোৱা সুৰুঙাবোৰ মাৰি দিয়ে মাত্ৰ। কিন্তু ঠাৰী-চিয়াঁৰী ভাষাৰ জন্ম কোৱা ভাষাৰ আগ হৈও ভাৰতৰ আৰ্য্যজাতিৰ অগ্ৰজ অনাৰ্য্য জাতিৰ দৰে, দৈব-দুৰ্ব্বিপাকত আৰ্য্য কোৱা-ভাষাৰ দাসৰ বাহিৰে ওখ পদৰ পৰা বঞ্চিত। পুৰণি গ্ৰীচৰ হেল্‌ভেটিয়ছ্‌ নামেৰে পণ্ডিত এজনে কৈছিল বোলে "আমি মানুহ হলোঁ। কেৱল আমাৰ হাত দুখন থকাৰ নিমিত্তে। যদি আমাৰ হাতৰ আগডোখৰ ঘোঁৰাৰ টাব বা গৰুৰ খুৰাৰ নিচিনা হলহেঁতেন, তেন্তে আমিও বনৰীয়া জন্তুৰ দৰে বনবাসী হৈ বনে বনে ঘূৰি ফুৰিব লাগিলহেঁতেন।" হওঁতে এনে অনুমান অসঙ্গত নহয় যে যদি আমাৰ আদি পুৰুষসকলৰ হাত দুখন আহাৰ প্ৰস্তুত কৰাৰ নিচিনা অত্যাৱশ্যকীয় কামৰ ব্যৱহাৰত বন্দী হৈ নেথাকিলে-হেঁতেন, তেন্তে তেওঁলোকে কিজানি ঠাৰী-চিয়াঁৰী ভাষাতেই সন্তুষ্ট হৈ

কোৱা-ভাষা উপাৰ্জ্জন কৰিবলৈ চেষ্টা নকৰিছেঁতেন। কোৱা-ভাষাৰে ৰিজালে ঠাৰী-চিয়াঁৰী ভাষাত মইমতীয়া অংশ খুব কম দেখা যায়। গোটাচেৰেক উচ্ছ্বাসব্যঞ্জক শব্দ (Interjection) আৰু গোটাচেৰেক বস্তু বা পদাৰ্থৰ অনুকাৰী শব্দৰ (Onomatopoeic) বাহিৰে কোৱা-ভাষাৰ শব্দবিলাক প্ৰায় গোটেইবোৰ মনেৰে সজা। ভাব আৰু শব্দৰ ভিতৰত ইয়াত কোনো সন্দেহ নাই। ভাত কথাটোৱে কিয় চাউল সিজোৱাক বুজায়, ১ অঙ্কটোৱে কিয় এটা বস্তুক বুজায় তাৰ কোনো মানে নাই। আমাৰ আদিপুৰুষসকলে ভাতক তভা আৰু মাতক তমা বোলাহেঁতেননো কোনে মুবুলিবি বুলি তেওঁবিলাকৰ হাতত ধৰিলেহেঁতেন কব নোৱাৰোঁ। হাতত ধৰা নেলাগে, আমিও আজি ভাতক 'তভা' মাতক 'তমা' কৰি মাতিব লাগিলহেঁতেন। আমি আমাৰ নিজৰ ভাষাত যিমান কি পণ্ডিত নহওঁ, নিশিকিলে বিদেশী ভাষাৰ কথা-বুজাত গো-গৰ্দ্দভ! স্বাভাৱিক মাতবিলাকো, যাক আমি অনুকৰণ কৰি ভাষাত সুমাওঁ, নানা জাতিৰ কাণত পৰি সি নানা আকাৰ ধাৰণ কৰে। নাইটিঙ্গেল চৰাইৰ মাতৰ অনুকৰণেৰে ফাৰ্চী ভাষাত বুলবুল নাম, গেছকইন ভাষাত জগজগ আৰু কোনো কোনো ভাষাত চুইট্ চুইট্ হল। অথচ নাইটিঙ্গেলৰ একেটা মাতেই এই আটাই কেউজাতি মানুহৰ কাণত পৰিছিল। বৃন্দাবনৰ গোপিনীৰ হৃদয়-বনত বিৰহ-অগনি লগাই দি মন চুৰকৈ লৈ অক্ৰুৰৰ ৰথত উঠি কৃষ্ণ যোৱাদি মলয়া বতাহৰ ৰথত উঠি আমাৰ হৃদয়-কাননতো বিৰহ-বহ্নি "অ-কে-তে-কী" "অ-কে-তে-কী" কৰি যে সেই সৰু চৰাইটি উৰি যায়। তাৰ মাতৰ অনুকৰণ কৰি আমি তাৰ নাম দিছোঁ কেতেকী চৰাই। বঙালীয়েও সেই মাতৰে অনুকৰণ কৰি তাৰ নাম দিছে "বউ কথা কও পাখী।"

যদিও আমি মইমতভাৱে আমাৰ ভাববোৰৰ নাম দি লৈছোঁ তথাপি আমি নিয়মৰ দাস। এটা মানুহে মইমত ভাবে এটা নাম দিলেই যে সি ভাষা হল এনে নহয়। যেতিয়ালৈকে আন লগৰীয়া মানুহে তাক গ্ৰহণ নকৰে অৰ্থাৎ সি যি অৰ্থত সেই কথাটো ব্যৱহাৰ কৰিছে আনেও যদি

সেই অৰ্থত তাক ব্যৱহাৰ নকৰে তেন্তে সেই কথা অৰ্থশূন্য পেঁপাৰ পোঁ পোঁ বা মৃদঙ্গৰ তাক্‌ধিন্। কাৰণ ভাষাৰ ঘাই উদ্দেশ্য হৈছে আমাৰ মনৰ ভাব আনৰ আগত প্ৰকাশ কৰা। আমি যি সঙ্কেতেৰে আমাৰ ভাব আনৰ আগত ব্যক্ত কৰিবলৈ যাওঁ, যদি সেই সঙ্কেতেৰে ব্যক্ত কৰা ভাব আনে বুজিবই নোৱাৰিলে, তেন্তে সেই সঙ্কেত অসাৰ্থক হল। যাৰ আনক কবলৈ মনত কোনো ভাব নাই তাৰ পক্ষে ভাষা অনাৱশ্যক। তাৰে ভাষাৰে মাজত যদি কিবা সম্বন্ধ আছে, তেন্তে সি কাঁচ-মাণিকৰ সম্বন্ধ। এনে ভাবশূন্য মানুহ যদি এই পৃথিৱীত আছে, তেন্তে গ্ৰীক পণ্ডিত এৰিষ্টটোলে কবৰ নিচিনা সি হয় দেৱতা, নহয় পশু। ভাবশূন্য মানুহ নাই। মন ধাতুৰ পৰা মানুহ নাম হৈছে। মন মানে ভবা। এই ভাব মুখেৰে কৈ মানুহে আনৰ আগত প্ৰকাশ কৰিব পাৰে। পশুৱে নোৱাৰে। মানুহ আৰু পশুৰ মাজত প্ৰভেদ ঘাইকৈ ইয়াতে। ভাব প্ৰকাশক ভাষা আছে দেখি মানুহ সামাজিক জন্তু। ভাষা নহলে সমাজ আৰু সমাজ নহলে ভাষা থাকিব নোৱাৰে। কিন্তু সমাজে ভাষা এটা প্ৰস্তুত কৰোঁ বুলি কোনো সমাজ কেতিয়াও গোট খাই মেল কৰিবলৈ বহা নাই। সামাজিক, কি বৰমূৰীয়া, কি সৰুমূৰীয়া কাৰো শকতি নাই— ইচ্ছাপূৰ্ব্বক গঢ়োঁ বুলি এটা ভাষা গঢ়ি চলাবলৈ। ভাষা গোটেই সমাজৰ অজ্ঞাত সৃষ্টি আৰু তাৰ পৰিৱৰ্ত্তন, বৃদ্ধি আৰু উন্নতিও গোটেই সমাজৰ অজ্ঞাত কাৰ্য্য। ঠিক সমাজ আৰু গৱৰ্ণমেণ্ট যেনেকৈ উৎপন্ন হল, ভাষাও তেনেকৈ হল। ওঠৰ শতিকাত হবছকে আদি কৰি কোনো কোনো য়ুৰোপীয় পণ্ডিতৰ মত আছিল যে মানুহৰ আদি পুৰুষসকলে গোট খাই মেল কৰি খত-পত্ৰ দলিল-দস্তাবিদ্ লেখি সমাজ আৰু গৱৰ্ণমেণ্ট গঠন কৰে। ৰজা-প্ৰজাৰ সম্বন্ধ দলিল-দস্তাবিদৰ সম্বন্ধ। আমাৰ চহা অসমীয়া মতে কবলৈ গলে, প্ৰজাই ৰজাক গিৰমিট্ লেখি দিলে যে আমি যাবজ্জীৱন তোমাৰ প্ৰজা হলোঁ, এই কথাৰ অন্যথা হলে আমাৰ হেন্-তেন্ হব, ৰজাইও প্ৰজাক গিৰমিট্ লেখি দিলে যে 'মই যাৱজ্জীৱন তহঁতৰ ওপৰত ৰজা হৈ তহঁতক প্ৰতিপালন কৰাৰ ভাৰ ললোঁ। ইয়াৰ

অন্যথা হলে মোৰ হেন্-তেন্ হব অৰ্থাৎ এই গিৰমিট্‌মতে মই মিয়াদৰ ভিতৰত কাম কৰাত 'গাফিলি' কৰিলে তইঁতে লাহেকৈ মোৰ কাণ দুখনত ধৰি মোক সিংহাসনৰ পৰা নমাই আনি ৰজা ভাঙি দিবি আৰু পিচাৰকৈ চাই মোৰ গাত বেছি দোষ যেন দেখিলে বিলাতৰ ৰজা প্ৰথম চাৰ্লছৰ মূৰটোৰ ব্যৱস্থা কৰাৰ নিচিনা মোৰ মূৰটোৰ দিহা মন গলে কৰি দিব পাৰ। এই কথা মই সজ্ঞানে সুস্থ শৰীৰে আপোন খুচিতে লেখি দিলোঁ ইতি।' উনৈছ শতিকাৰ পণ্ডিতসকলে ওঠৰ শতিকাৰ এই ভুল মতক ওঠৰ শতিকাৰ লগতে মৈদাম দি পুতি নিশ্চিন্ত হল। ভাষা-টোও যদি এনে খত-পত্ৰ, দলিল-দস্তাবিদৰ বা সভা-সমিতিৰ ফল বুলি কোনোবাই ভাবে, তেনেহলে তেওঁৰ মতকো আমি মৈদাম দি পুতি থৈ নিশ্চিন্ত হম। মোৰ ওচৰচুবুৰীয়া বা দেশৰ মানুহৰ সৈতে বা আপোনাসকলৰ সৈতে লেখা-পঢ়া কৰি যে এতিয়াৰ এই কথাবিলাকৰ নাম মই বক্তৃতা দিছোঁ এনে নহয়, বক্তৃতা নুবুলি যদি ইয়াৰ নাম চক্ৰুতা বোলোঁ, তেন্তে মোৰ ওচৰচুবুৰীয়া বা দেশৰ মানুহে বা আপোনাসকলে কোনেও নুবুজে গতিকেই মই ইয়াক চক্ৰুতা নুবুলি বক্তৃতা বুলিবলৈ বাধ্য হলোঁ। ভাষাটো এনেকুৱা মোৰ অকলশৰীয়া সম্পত্তি নহয় যে মই তাৰে সৈতে দহ বুলিলে দহ খাব, পাঁচি বুলিলে পাঁচি খাব। যি ভাষাত আমি কথা কওঁ, সেই ভাষা আমি আমাৰ স্বভাৱ-চৰিত্ৰাদিৰ নিচিনাকৈ বোপা-ককাৰ পৰা পোৱা। আমাৰ বোপা-ককাই এনেকৈ সভা পাতি কোৱা কথাক বক্তৃতা বুলিছিল দেখি, তেওঁবিলাকৰ ভৰিৰ ধূলি শিৰত লৈ আমিও ইয়াক বক্তৃতা বুলিছোঁ। আমি এনেকৈ কোৱা কথাক বক্তৃতা বুলিবলৈ বোপাইৰ পৰা শিকিলোঁ। অৱশ্যে কেতিয়াবা কেতিয়াবা একোটা একোটা নতুন শব্দ সাজি কোনো কোনো শক্তিমন্ত লেখকে আৰু কথকে ভাষাত চলাই দিবলৈ সমৰ্থ হোৱা দেখা গৈছে, যদি সৰ্ব্ব-সাধাৰণে সেই শব্দ গ্ৰহণ কৰে নতুবা শক্তিমন্তই শাণত টুথ্‌ৰুংকৈ দাঁত শনাই আহিলেও সেই দাঁত ভোটা হৈ পৰিব। সৰ্ব্বসাধাৰণে গ্ৰহণ নকৰিলে জুলিয়াছ চিজাৰে বা নেপো-

লিয়ন বোনাপাৰ্টে বা আওৰংজীবেও দঁতাল হাতীয়ে পুৰ দিয়া দি পুৰ দি লাগিলেও কোনো এটা শব্দ চলাব নোৱাৰে। শিৱাজীয়ে মহাৰাষ্ট্ৰী ভাষাৰ পৰা চলিত মছলমানী শব্দবোৰ বাছি উলিয়াই তাৰ ঠাইত সংস্কৃত শব্দ সুমাবলৈ ৰাজচেষ্টা আৰু ৰাজবল দিও বিফলমনোৰথ হল। শিৱাজীৰ বিনশ্বৰ দেহ পঞ্চভূতে সৈতে লয় হোৱাৰ লগে লগে তেওঁৰ চেষ্টাও লয় গল। মহাৰাষ্ট্ৰী ভাষাই সেই মছলমানী শব্দ আকৌ বুকুত বান্ধি লৈ পুনৰ্মূষিক হল। ডছ্ কেমিষ্ট ভন্ হেল্‌মণ্টে 'গেছ' শব্দটো সাজি চলাই দিলে, চলি গল। ইংৰাজী ভাষাত মাৰ্ক্ইছ অব্ লেনছ ডাউনে 'লিবাৰেলাইজ্' শব্দটো আইজাক্ ডিজৰেলিয়ে 'ফাদাৰ্‌লেণ্ড' শব্দটো, বঙলা ভাষাত অক্ষয়কুমাৰ দত্তই 'আগ্নেয়গিৰি' শব্দটো, দ্বিজেন্দ্ৰনাথ ঠাকুৰৰ 'অভিব্যক্তি' শব্দটো, অসমীয়া ভাষাত হেমচন্দ্ৰ বৰুৱাই 'বাতৰি কাকত' শব্দটো আৰু 'জোনাকী'য়ে 'কোলাৰ কাকত' কথাটো সাজি চলাই দিলে, চলি গল। কাৰণ, সৰ্ব্বসাধাৰণে সেইবিলাক শব্দ বিনা আপত্তিতে গ্ৰহণ কৰিলে নতুবা সেইবিলাক শব্দ বাতিল বা বৰখাস্ত হলহেঁতেন। সৰ্ব্বসাধাৰণ বিবেচকো, অবিবেচকো। মন গলে কোনোটো শব্দ সি ললে, মন নগল দলিয়াই পেলালে। সৰ্ব্বসাধাৰণটোক ঠিক এটা চেৰাবলিয়া মানুহেৰে সৈতে তুলনা কৰিব পাৰি। তাৰ মূৰৰ ঘিউ কেতিয়া উতলে, কেতিয়া গোট মাৰে, তৎ ধৰাটো টান। ওপৰত নাম কৰা সেই হেল্মণ্টেই অতি চেষ্টা কৰিও 'ব্লাছ্' শব্দটো চলাব নোৱাৰিলে। সেই হেমচন্দ্ৰ বৰুৱায়েই 'দিয়াচলাই'ৰ সলনি 'দীপকাঠী'ৰ নিচিনা এনে এটা সুন্দৰ শব্দ 'আসাম নিউচ্' কাকতত লেখি লেখিও কৃতকাৰ্য্য নহল। এড্‌মণ্ড বাৰ্কে 'লিবাৰেটৰ্' শব্দটো চলাবলৈ কঁকালত টঙালি বান্ধি লাগিও হাৰিল। সোতৰ শতিকাত কেৰেমিউয়েল্ নামে এজন বিখ্যাত স্পেনীয় পাদুৰীয়ে ব্যাকৰণ অভিধানকে আদি কৰি ২৬২ খন পুথি লেখি প্ৰাণপণে চেষ্টা কৰিও তেওঁৰ উত্তৰাধিকাৰী এই চেৰাবলিয়া সৰ্ব্বসাধাৰণৰ নিমিত্তে তেওঁৰ

ভ'লেমান নতুন সঞ্জা শব্দৰ ভিতৰৰ লেখৰ এটাও ৰাখি থৈ যাব নোৱাৰিলে।

সমাজ যিমান পুৰণি হয় তাৰ ভঁৰালত সিমান ভাব গোট খায়। এই ভঁৰাল ধান বা ধনৰ ভঁৰালৰ নিচিনা ইটাৰ বা খেৰ-বাঁহৰ নহয়। ই ভাষাৰ ভঁৰাল। সমাজে পুৰুষানুক্ৰমিক যিবোৰ ভাব খেতি কৰি দাই আনে, ভাষা-ভঁৰালত সেইবোৰ জাপ যাই থাকি আছে। আগৰ পুৰুষ কালৰ কৰাল কলেৱৰত লয় যায়, কিন্তু সেই পুৰুষে ঘটা ভাব-বোৰ ভাষা-ভঁৰালত পিছৰ পুৰুষলৈ থাকি যায়। পিছৰ পুৰুষে আকৌ যি ঘটে—পিছে সেইসোপাও সেই আগৰ পুৰুষে ঘটাপিটা সোপাৰে সৈতে তাৰ পিছৰ পুৰুষলৈ থাকি যায়। এই দৰে যিমান দিন পুৰণি হয়, ভাষা-ভঁৰাল ভাব-লখিমীৰে সিমান পূৰঠ হৈ আছে। অসমীয়া ভাষাৰ উন্নতি কৰিব লাগে বুলি আমি আটায়ে তিনিও প্ৰসঙ্গত কওঁ, কিন্তু এবাৰো ভাবি নেচাওঁ যে ভাবৰ উন্নতি নকৰিলে ভাষাৰ উন্নতি কেনেকৈ হব পাৰে। ভঁৰালটো, বৰধৰণী বৰথুটা আৰু নৰচাল দি, যিমানকে ডাঙৰ কৰোঁ, ধান নাইকিয়া শুদা চাং হলে সেইটো এন্দুৰ, শলিয়া, শালিকা আৰু ঘনচিৰিকাৰ বাহত বাজে আৰু কি হব? ধানৰ লগে লগে ভঁৰালৰ উন্নতি, ভাবৰ লগে লগে ভাষাৰ উন্নতি। স্কটলণ্ডৰ বুঢ়া অধ্যাপক ব্লেকীয়ে এই দেখিয়েতো এটা বক্তৃতাত কৈছিল যে "আজিকালিৰ ছাত্ৰবিলাকে প্ৰথমতে ভাবতকৈ ভাষালৈ চকু দিয়েইতো অসাৰ হৈছে। অন্তৰত ভাবৰ নিজৰা থাকিলে সি যেনে তেনে মতে জৰি ওলাবই।" কেৱল কথাজোটনিকে যদি আমি শিকোঁ আৰু তাৰেই কেৱল উন্নতি কৰিবলৈ যাওঁ, তেন্তে চন্দনা-মদনা ভাটৌৱেও আমাৰ সৈতে প্ৰতিযোগিতাৰ পৰীক্ষা দি ভাষা চিভিল্ ছাৰ্ভিচত সোমাই ভাষা-চিভিলিয়ন হব পাৰিব। অৱশ্যে আমি এই দৰে কব খোজা নাই যে ভাবৰেইহে উন্নতি কৰিব লাগে ভাষাৰ কৰিব নেলাগে। ভাবৰ লগে লগে ভাষাৰ উন্নতিলৈকো চকু ৰাখি যাব লাগে। ভাষাৰ উন্নতি গৌণ। ভাবৰ উন্নতি মুখ্য। ভাবৰ উন্নতি কৰিলে আমি ফট্‌ফটীয়াকৈ

দেখিবলৈ পাম যে ভাষাও তাৰ লগে লগে উন্নত হৈ আহিছে। ভাষা ছাল। ভাব তেজ-মঙহ। তেজ-মঙহৰ লগে লগে আমাৰ গাৰ ছাল-খনো ডাঙৰ-দীঘল আৰু ডাঠ হৈ আছে। কিন্তু সেই বুলি যে আমি ছালত তেল-টেঙা ঘঁহি তাক চিকুণ নকৰিম এনে নহয়। নতুবা ছাললৈ কাণসাৰ এৰি মাথোন তেজ-মঙহৰ আমদানিলৈ লাগি গলে, হয় আমাৰ গা চিৰাল ফটাদি, নহয় খৰ খজুৱাই খজুৱাই আমি হাৰাশাস্তি হব লাগিব। কেৱল তেল-টেঙা ঘঁহি ছালখনৰে উন্নতি কৰিবলৈ গৈ, তেজ-মঙহলৈ নেভাবি, তাক শুকাবলৈ দি শ্ৰী-শ, পেট-কটা-ষ হবলৈ যি যায় তাৰ ভুল দেখুৱাবলৈহে আমি এই কথা কৈছোঁ। এই বাবেই মই কেতিয়াবা কেতিয়াবা ভাবোঁ যে আমাৰ এই সভাখনৰ নাম 'অসমীয়া ভাষাৰ উন্নতি সাধিনী' গুচাই 'অসমীয়া সাহিত্যৰ উন্নতিসাধিনী' দিলে কথাটো বেছি খেও খায়। উন্নত ভাব থাকিবলৈ তাৰ আধাৰ ভাষাটোও উন্নত কৰি আনিব লাগে। এই কলিকতাৰ বেঙ্গল বেঙ্কটো বা কাৰেঞ্চি আফিচটো তাৰ প্ৰকাণ্ড সুদৃঢ় ঘৰটোৰ নিচিনা ঘৰৰ ভিতৰত নেপাতি, মনু ববাৰ তৰাৰ গাঁথিৰ ঘৰত পাতিলে যেনেকুৱা অসঙ্গত হব, অনুন্নত ভাষাৰ গৰ্ভত উন্নত ভাবক ঠাই দিবলৈ গলেও তেনে কথাই হব। এই বাবে ভাষাৰ উন্নতি কথাটোও সৰ্ব্বতোভাৱে বিধেয়।

ভাষা-নৈৰ আমি যিমান আগলৈ উজাই যাওঁ, সিমান তাক ঠেক আৰু দুখীয়া দেখোঁ। আদিম জাতিবিলাকৰ ভাষা অতি দুখীয়া, কিয়নো সিহঁতৰ ভাব দুখীয়া। আজিকালিৰ উন্নতশীল ভাষাবোৰো আদিতে এই জাতিৰ ভাষাবোৰৰ নিচিনা আছিল। কাৰণ আদিপুৰুষসকলৰ ভাবো দুখীয়া আছিল। তাকৰ ভাব প্ৰকাশ কৰিবলৈ তাকৰ শব্দই জুৰিছিল। ভাব বাঢ়ি আহিল। ভাবপ্ৰকাশক ভাষাও তাৰ লগে লগে বাঢ়ি আহিল। আমাৰ চহা গাঁৱলীয়া মানুহে 'এখনমান তামোল খাবৰ বেলি', 'এটোপা থুই শুকাবৰ বেলি' ইত্যাদি কথাৰে আজিও সময় বুজায়। সিহঁতকৈ অলপ জনা-বুজাবিলাকে এদঁাড়, দুদঁাড় ইত্যাদি কথাৰে বুজায় আৰু উন্নত নগৰীয়াবিলাকে ঘণ্টা, ঘড়ী, বাৰ্ এক বজা আদি কথাৰে সময় বুজায়।

ভাষা চহকী নে ভিকহু এই কথাৰ ওৰ লব পাৰি তাত কিমান 'এব্‌ষ্ট্ৰেকট্' অৰ্থাৎ বস্তুৰ পৰা পৃথক কৰি বুজোৱা গুণ বা অৱস্থা-প্ৰকাশক শব্দ আছে এই কথালৈ চকু দিলে। যি ভাষাত যিমান এব্‌ষ্ট্ৰেক্ট ভাব বুজোৱা কথা আছে, সেই ভাষা সিমান ওখ। এটা এটা ভাষাই যে কিমান পৰিশ্ৰম কৰি এটা এটা এব্‌ষ্ট্ৰেক্টৰ ভাব আৰ্জ্জিছে, ভাবিলে আচৰিত হব লাগে। ধৈৰ্য্য, স্নেহ, ভক্তি, ধৰ্ম্ম, আত্মা আদি একোটা এব্‌ষ্ট্ৰেক্ট ভাব, যাক আমি অক্লেশে সকলো সময়তে ব্যৱহাৰ কৰোঁ, একোটা ভাষাৰ যে কত যুগ, কত সংগ্ৰামৰ ফল তাক আমি ওপৰে ওপৰে চালে বুজিব নোৱাৰোঁ। এজন ভাষাতত্ত্বৰ পণ্ডিতে কৈছে 'নেছাৰেল ছিলেক্সন্' কথাটোৰ নিচিনা এটা ভাববোধক শব্দ ভাষাৰ পক্ষে উপাৰ্জ্জন কৰা গৌৰৱটো বিজয়ী জুলিয়াছ চিজাৰৰ যুদ্ধজয়ৰ গৌৰৱতকৈও ডাঙৰ। যিবোৰ শব্দেৰে আমি এবষ্ট্ৰেক্ট ভাববোৰ প্ৰকাশ কৰোঁ, সেইবোৰৰ উৎপত্তি বাহ্যিক বস্তু বুজোৱা শব্দৰ পৰা। আমি জনাৰ পৰা নজনা, দেখাৰ পৰা নেদেখা বস্তুলৈ যাব পাৰোঁ। নজনাৰ পৰা জনালৈ, নেদেখাৰ পৰা দেখালৈ যাবৰ আমাৰ শকতি নাই। প্ৰথমতে আমি চকু-কাণ আদি ইন্দ্ৰিয়েৰে দেখা বস্তুবিলাকৰ নাম দি লৈ, ক্ৰমে তাৰ আহিৰে এব্‌ষ্ট্ৰেক্ট ভাববোৰক আৰু মানসিক বস্তুবোৰৰ নামকৰণ কৰিলোঁ। চকুৰে দেখা, কাণেৰে শুনা বস্তুবিলাক বুজাবৰ নিমিত্তে যিবোৰ শব্দ আৱশ্যক, তেনেবোৰ শব্দহে ভাষাৰ প্ৰথমাৱস্থাত পোৱা যায়। ভাষাৰ আগছোৱাত উন্নত মানসিক ভাববিলাক বুজোৱা শব্দবিলাকৰ আকাল। এইখিনিতে অলঙ্কাৰ শব্দৰ উৎপত্তি। বাহ্যিক বস্তু বুজোৱা শব্দবিলাকেৰে সহায় লৈ সেইবিলাকক অলঙ্কাৰ স্বৰূপে ব্যৱহাৰ কৰি মানসিক ভাববোৰ ব্যক্ত কৰা যায় মাথোন। আদিমানুহৰ বাহ্যিক পদাৰ্থবিলাকেহে প্ৰথমতে মনোযোগ আকৰ্ষণ কৰিছিল। তাৰ পিছতহে ক্ৰমে তেওঁ-বিলাকৰ চকু আভ্যন্তৰিক বস্তুবিলাকৰ ওপৰত পৰে। সৰহ নেলাগে, হাত, ভৰি, চকু, কাণ ইত্যাদি শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গবিলাকৰ নাম দি

সেইবিলাক বুজোৱা অভাৱ পূৰণ কৰাৰ আগেয়ে গছ, নৈ, লতা, পছু, পতং প্ৰভৃতিৰ নাম দি বুজোৱা অভাৱ তেওঁবিলাকে অনুভৱ কৰিছিল। ভবিৰ কলাফুলটো দেখিবলৈ কলাগছৰ ফুলটোৰ অৰ্থাৎ কলদিলটোৰ নিচিনা, সেইদেখি তাৰ নাম কলাফুল থলে। কলদিলটোৱে আমাৰ আদিপুৰুষৰ মনোযোগ ভবিৰ সেই অঙ্গডোখৰতকৈ আগেয়ে আকৰ্ষণ কৰিছিল। সেইদেখি তাৰ নামকৰণ আগেয়ে হল আৰু তাৰ আহি লৈ অলঙ্কাৰৰ সাহায্যত ভবিৰ সেই অঙ্গডোখৰৰ নাম কলাফুল ৰাখিলে। সকলো ভাষাৰে শব্দবিলাক যদি আমি ভালকৈ বিচাৰি চাওঁ তেনেহলে আমি ভিতৰত ছিগাভগা ক্ষয় যোৱা মামৰে খোৱা আৰু পাহৰা কত 'মেটাফৰ' বা অলঙ্কাৰ দেখিবলৈ পাম, তাৰ লেখজোখ নাই। ভাষাৰ ভিতৰত উকা কথা এমুঠি। অলঙ্কাৰ নিৰান্নব্বই মুঠি। উকা কথা বাসুকিৰ সহস্ৰ অলঙ্কাৰ কথা-ফণাত ভাষা-পৃথিৱীখন বৈ আছে।

স্বাভাৱিক মাতৰ অনুকৰণ কৰি নাম দি সজা শব্দ ভাষাৰ ভিতৰত ভালেমান আছে। 'মেও' মাতৰ অনুকৰণ কৰি আমি মেকুৰীক মেও, ফ্ৰেঞ্চবিলাকে 'মিনি' আৰু 'জাৰ্মাণবিলাকে 'মিটী' বোলে। ঠাৰচিয়াঁৰ আৰু শব্দানুকৰণৰ বাহিৰে আৰু এটা উপায়েৰে আমি বিদেশী মানুহেৰে সৈতে তাৰ ভাষা নজনাকৈ অলপ-অচৰপ ভাব সলনাসলনি কৰিব পাৰোঁ। তাৰ নাম উচ্ছ্বাসব্যঞ্জক। সকলো মানুহৰ পক্ষে উচ্ছ্বাসব্যঞ্জক শব্দ প্ৰায় একে। জাৰকালিৰ হাতৰ পৰা বিচনী নেৰা গাখীৰবৰণীয়া মেকুৰীচকুৰা এজনী ইংৰাজ বিবিয়ে মতলীয়া 'গিৰিয়েকৰ কাণতলীয়া চৰ খাই যেনেকৈ চিঞৰি কান্দিব, লুইতৰ পাৰৰ পিঠিত।তিনিমোনীয়া কাঠখৰিৰ বোজা লোৱা ডাফলী মিৰিয়নীয়েও সেই দৰেই চৰ খাই চিঞৰি কান্দিব। খণ্ডৰ বেগত অমুকা বৰুৱা ডাঙৰীয়াৰ ডিঙিৰ পৰা যি সুৰীয়া মাত ওলায়, কটকৰ অমুকা মহাপাত্ৰৰ ডিঙিৰ পৰাও তেনে খণ্ডৰ বেগত তেনে সুৰীয়া মাতেই ওলায়। দূৰৰ পৰা শুনিলে দুই পাল্কীভাৰী উড়িয়া 'দাছপোৱে'

দ্বন্দ কৰিছে নে দুই দোলাভাৰী অসমীয়া ককায়ে খৰিয়াল কৰিছে বুজি উঠা টান। বামৰ পৰা পানী লৈ শিমলু কাঠৰ নাও এখন লথিয়াদি পেলাওঁতে যেনে স্বৰেৰে অসমীয়াই 'হৈছমৈছ' কৰে জাহাজৰ লঙ্গৰ ধৰি বল দিওঁতে আমেৰিকাৰ নাৱৰীয়াইও প্ৰায় তেনে স্বৰেৰেই মাতে। একেলগে গোট খাই কোনো কাম কৰিবলৈ এনেকুৱাকৈ মতা মাতবোৰ লাহে লাহে ভাষাৰ মাজত সোমাই গল। সেই মাতটো মাতিলেই সেই কামটো সকলোৱে বুজিবলৈ ধৰিলে আৰু কালক্ৰমত সেই মাতটোৱেই সেই কামটোৰ নাম হল।

ভাষা-নৈৰ গুৰি বিচাৰি উজাই গৈ গৈ শেহত আমি পাওঁগৈ ঠাৰ-চিয়াঁৰ শব্দানুকৰণ আৰু উচ্ছ্বাসব্যঞ্জক শব্দ। এই তিনি ধাৰা একে ধাৰা হৈ ভাষা-নৈ ৰূপে বৈ আহি পৃথিৱীক ভাষা প্লাৱিত কৰি দিছে। স্বাভাৱিক মাতৰ অনুকৰণ কৰি কৰা শব্দবিলাক আৰু উচ্ছ্বাসব্যঞ্জক শব্দবিলাক প্ৰথমতে যি ভাব আৰু বস্তু বুজাবলৈ ব্যৱহৃত হৈছিল, অলঙ্কাৰৰ সাহায্যত লাহে লাহে সেইবিলাক আন আন ভাব বুজাবলৈকো ব্যৱহৃত হবলৈ ধৰিলে আৰু ব্যাকৰণৰ কাৰ্য্যবোৰ ঠাৰ-চিয়াঁৰৰ দ্বাৰা সম্পাদিত হবলৈ ধৰিলে। উদাহৰণ স্বৰূপে মনেৰে পাতি ধৰা যাওক: শতদ্ৰু আৰু গোবৰ্দ্ধন ঋষি জানিবা পুৰা গৰু-গাই মেলি দি বকুদল ঋষিৰ ঘৰৰ পৰা নাওলখন খুজি আনিবলৈ যাওঁতে বাটতে শিল এডোখৰত উজুটি খাই গোবৰ্দ্ধন ঋষিৰ বুঢ়া আঙুলিটোৰ আগটো ছিগিল। দুয়ো অগা-পিছা হৈ গৈছিল। গোবৰ্দ্ধন ঋষিয়ে 'উস্ উস্' কৈ বহি পৰিল। শতদ্ৰুৱে উভতি চাই কি হল বুলি সুধিলত গোবৰ্দ্ধনে শিলডোখৰ আৰু বুঢ়া আঙুলিলৈ আঙুলিয়াই দেখুৱালত শতদ্ৰুৱে বুজিব পাৰিলে যে গোবৰ্দ্ধনৰ উজুটি খাই আঙুলিটো ছিগিল। উজুটি খাওঁতে যে গোবৰ্দ্ধনে একপ্ৰকাৰ কষ্টব্যঞ্জক শব্দ কৰিছিল, তাৰ পিছৰ পৰা তেনে শব্দ উচ্চাৰিত হলেই প্ৰথমতে উজুটি খাই কষ্ট পোৱা, তাৰ পিছত যেই সেই বাবেই কষ্ট পোৱা বুজাবলৈ ধৰিলে। ধৰা যাওক, ইয়াৰ পিছত আৰু অলপমান গৈ বেচেৰা

ওপৰচকুৱা গোবৰ্দ্ধনে আৰু এডোখৰ শিলত আকৌ সেইদৰে উজুটি খালে। কিন্তু এইবাৰ তেওঁ শিলডোখৰ আৰু বুঢ়া-আঙূলিটোলৈ আঙুলিয়াই নেদেখুৱাকৈয়ে কেৱল মুখেৰে আগৰ নিচিনা দুখপ্ৰকাশক শব্দ কৰিয়েই তেওঁৰ কি হল শতত্ৰুক বুজাব পাৰিলে। এইদৰে কালক্ৰমত ভালেমান শব্দ গোট খালে আৰু সেই শব্দবোৰেই এক এক পদ বা বাক্য হল। কাৰণ পদ মানেই এটা ভাবৰ সম্পূৰ্ণ সিদ্ধান্ত। মানুহে প্ৰায় ভাবে যে বহুত শব্দ গোট খাই এটা পদ হয়। এইটো কিন্তু সদায় ঠিক নহয়। যেনে, কেতিয়াবা কেতিয়াবা এটা শব্দও এটা সম্পূৰ্ণ পদ হয়। যেনে—এৰা, যা, হয় ইত্যাদি। পদক ভাঙিছিঙি ডোখৰ ডোখৰ কৰি ব্যাকৰণ আৰু অভিধান লেখোঁতাসকলে বিশেষ্য, বিশেষণ, সৰ্ব্বনাম, অব্যয়, ক্ৰিয়া প্ৰভৃতি নাম দিছে, কিন্তু বাস্তৱিক পক্ষতে পদৰ এনে ভগাছিগা আৰু ছিন্ ভিন্ অংশবোৰৰ অকলশৰীয়াকৈ কোনো মানে নাই। সৰ্ব্বসাধাৰণৰ ভুল বিশ্বাস আছে যে ভাষাৰ আদি শব্দ। কিন্তু ভাষাৰ আদি শব্দ নহয়। পদ বা বাক্যহে। অকলশৰীয়া শব্দ অভিধানত দিবলৈ অভিধান লেখোঁতাৰ ব্যৱহাৰত আহে মাথোঁন। ইয়াৰ বাহিৰে তাৰ কোনো মানে নাই। অভিধান লেখোঁতাইও সেই গোট গোট শব্দবিলাকৰ মানে লেখিবলৈ গলে, একোটা পদ সাজিহে তাৰ মানে বুজাব পাৰে। লেখোঁতে আমি আমাৰ পদ বা বাক্যবোৰ ভাঙি তাৰ শব্দবোৰ গোট গোটকৈ লেখোঁ দেখি আমাৰ এটা ভুল বিশ্বাস জন্মি গৈছে যে এইটোৱেই স্বাভাৱিক আৰু ভাষাৰ আদি গাইগোটা শব্দহে, পদ নহয়। সকলো ভাষা অৰ্থবোধক হব লাগে। অৰ্থশূন্য ভাষা ভাষা নহয়। গোটেইটো পদ বা বাক্য উচ্চাৰণ নকৰিলে গোটেইটো ভাব নোলায়। গোটেইটো ভাব নোলালে তাৰ ভগাছিগা এডোখৰৰ একো মানে নাই। পদটোৰ ভিতৰৰ পৰা ছুটা এটা শব্দ আঁতৰ কৰি আনি তাৰ মানে উলিয়াব খুজিলে মানে নোলায়। পদ বা বাক্যটোৰ পক্ষে এটা শব্দ যেনেকুৱা, শব্দটোৰ পক্ষে এটা আখৰ তেনেকুৱা। শব্দটোৰ ভিতৰৰ পৰা আখৰবোৰ এটা

এটাকৈ বেলেগ কৰিলে যেনেকৈ সেইবিলাক অৰ্থৰ পৰা বঞ্চিত হয়, পদ বা বাক্যটোৰ ভিতৰৰ পৰা শব্দবোৰ এটা এটা কৈ বেলেগাই সেই বিলাকৰ মানে বিচাৰিলেও পৰ্ব্বতত কাছ-কণী বিচৰা যেন হয়। পদ এটা তিনিকুৰি শব্দেৰে সজা তিনিকুৰিহতীয়া দীঘলো হব পাৰে আৰু এটা মাত্ৰ শব্দেৰে সজা একাঙুলীয়াও হব পাৰে। আহ, যা, খাওঁ, গাই পতি একোটা পদ। আকৌ কোনো কোনো পুৰণি সংস্কৃত লেখকৰ তুং তুং তাং তাং শব্দৰ তিনিকুৰিহতীয়া পদও একোটা পদ। সাৰ কথা—মানে থাকিলেই অৰ্থাৎ সম্পূৰ্ণ সিদ্ধান্তটো থাকিলেই পদ হল। যিটো ভাব আনক বুজাবলৈ যোৱা যায়, সেইটো ভাব সম্পূৰ্ণৰূপে যিটো বা যি কেইটা কথাৰে বুজাব পৰা যায় সেয়েই পদ। যেতিয়া-লৈকে পদ বা বাক্যটোৰ মানে নোলায় তেতিয়ালৈকে সি ভাষা নহয়। বাক্যৰ পৰা শব্দবোৰ আঁতৰাই গোট গোট কৰা কাৰ্য্যটো বহু কাল আৰু বহু পৰিশ্ৰমৰ ফল। আজিও পৃথিৱীত এনে অনেক ভাষা আছে, যিবিলাকৰ ভিতৰত এনে শব্দ আঁতৰাই গোট গোট কৰা প্ৰণালী আৰম্ভ হোৱা নাই। উত্তৰ আমেৰিকাৰ বহুত ভাষা আজিও এনে অৱস্থাতে আছে। আদি কালত ভাষাৰ কেনে গঢ় আছিল উত্তৰ আমেৰিকাৰ ভাষালৈ চকু দিলেই তাৰ অনেক আঁহি পোৱা যায়। চেৰকি (cheroki) বুলি এটা ভাষাত ভিন্ ভিন্ প্ৰকাৰৰ ধোৱা বুজাবলৈ ১৩টা ক্ৰিয়া আছে। যেনে—মূৰ-ধোৱা, হাত-ধোৱা, গা-ধোৱা, ভৰি-ধোৱা প্ৰভৃতি কথা বুজাবলৈ তেৰ বিধ বেলেগ বেলেগ ক্ৰিয়া আছে, কিন্তু কেৱল ধোৱা কথাটো বুজাবলৈ আজিলৈকে এইবিলাকৰ পৰা এটা সাধাৰণ শব্দ আঁতৰাই উলিওৱা হোৱা নাই। প্ৰায় দেখা যায় অসভ্য জাতিয়ে কোনো এটা বস্তুৰ এটা বেলেগ নাই গোটা নাম দি বুজাব নোৱাৰে। এটা বাক্যৰ ভিতৰত সেই শব্দটো মুসুমুৱাকৈ কৰ্ড (Kurd) নামে এজাতি আছে সিহঁতে মূৰ, চুলি বোপাইৰ নিচিনা একোটা কথা বেলেগকৈ মনত ধাৰণা কৰিব নোৱাৰে। মোৰ মূৰ, মোৰ চুলি, মোৰ বোপাই নুবুলিলে সিহঁতে মূৰ, চুলি বোপাই বেলেগকৈ বুজাবলৈ অসমৰ্থ। আমাৰ ভিতৰতে

আমি দেখিবলৈ পাওঁ—সৰু সৰু লৰা-ছোৱালীয়ে বাপেক বা দেউতাকক বুজাব লাগিলে "মোৰ দেউতা আহিছে" "মোৰ দেউতা গৈছে" এনেবিলাক বাক্যেৰে দেউতাকক বুজায়। এনেকুৱাও দেখিছোঁ—এটা সৰু লৰাই আন এটা মানুহক তাৰ বাপেক আছে নে নাই সোধোঁতে এনেকুৱাকৈ সোধে—"তোৰ মোৰ দেউতা আছে নে?" সমাজৰ চিন্তাশীল আৰু উন্নতিশীল অৱস্থাত অভিধান আৰু ব্যাকৰণৰ জন্ম হয়। অভিধান-ব্যাকৰণ জন্মাবলৈ ভাষা ভালেমানযুগীয়া হব লাগে। ভাষা-গছৰ গুটি অভিধান-ব্যাকৰণ। ভাষা-গছ বাঢ়ি বয়স নেপালে নফলে। আমাৰ লৰা-ছোৱালীবোৰে প্ৰথমতে মাতৃভাষা শিকোঁতে একোটা অকলশৰীয়া শব্দ নিশিকে। প্ৰবচন আৰু বাক্য প্ৰথমতে শিকে আৰু ক্ৰমশঃ বয়সৰ লগে লগে সেইবিলাক গোট গোট শব্দলৈ ভাঙে। আমিও বিদেশী ভাষা শিকিব লাগিলে এনে উপায়েৰে শিকিব লাগে। গাইগোটা শব্দৰ মানে মুখস্থ নকৰি বাক্য মুখস্থ কৰি শিকিলেই বিদেশী ভাষা সুকলমে শিকিব পাৰি। বহুতে এনে নকৰি অভিধানৰ শব্দ মুখস্থ কৰি প্ৰথমতে ভাষা শিকিবলৈ যায দেখি, শৰীৰ পাত কৰিও সেই শিকিব খোজা ভাষাৰ দুশাৰী শুধকৈ কব বা লেখিব নোৱাৰে। আমাৰ শিক্ষা-প্ৰণালীত অনেক দোষ আছে আৰু সেই দোষৰ বলিকটা-শালত আমি বিনা দোষতে কটা-যোৱা হাঁহ-পাৰ-ছাগলী। সংস্কৃত শিকাবলৈ গৈ আমাক অমৰকোষ মুখস্থ কৰাই সংস্কৃত ভাষাৰ ওপৰত আমাৰ ভয় আৰু ঘৃণা জীয়াই থকা কাললৈকে অমৰ কৰি দিয়ে। এই বাবেই আমাৰ চকুৰ আগতে দেখোঁ, আদহীয়াকৈ সংস্কৃত জুপি জুপি জোমা-ভাগতী হৈও, আমাৰ মানুহে দুশাৰী বিশুদ্ধ সংস্কৃত কব বা লেখিবলৈ শিকিব নোৱাৰে আৰু এই বাবেই বহুত সংস্কৃত শিক্ষাৰ্থীয়ে "দেৱ শব্দৰ প্ৰথমাৰ সি" কৰিয়েই একেবাৰেই পাৰি দি সংস্কৃত বিদ্যা-সমুদ্ৰৰ সিপাৰ পায়গৈ। অথচ জৰ্মাণ, ইংৰাজ প্ৰভৃতি য়ুৰোপীয় মানুহে বুঢ়া-শালিকাৰ বয়সতো, সংস্কৃত বিদ্যাৰ স্থল ভাৰতবৰ্ষৰ পৰা ছমাহৰ বাটত থাকিও. সেই বিদ্যাত অগাধ পণ্ডিত হৈ পৰে। সংস্কৃত

নেলাগে ইংৰাজী শিকোঁতেও আমাৰ এনে দশাই লগ লয়। সকুতে কৰবাৰ এধাখুন্দা ইংৰাজী শিক্ষকৰ এধাখুন্দা শিক্ষা-প্ৰণালীত ইংৰাজী শিকিবলগীয়াত পৰি আমাৰ ইংৰাজীও চিৰকাল এধাখুন্দা হৈ থাকে।

ওপৰত কৈছোঁ যে বাক্যটোৰ মাজত থাকি তাৰে সৈতে সৈয়া হৈ থাকিলেহে শব্দবোৰৰ মানে আৰু মূল্য থাকে। তাৰ মাজৰ পৰা ফাটি আহি গাই গোটা পেটে ভ'ৰাল হৈ বহিবলৈ আহিলে সেইবোৰৰ মানে নাইকিয়া আৰু মূল্য নাইকিয়া হয়। হাত, ভৰি, নাক, কাণ, গাল আদি অঙ্গ-প্ৰত্যঙ্গবিলাক গোট খাই জীয়া মানুহটো। মানুহটোৰ গাত থাকোঁতে কাণখন, নাকটো বা গালখনত যদি তুমি চুমা খোৱা, তেন্তে সেই চুমাত সোৱাদ মানে আৰু মূল্য তিনিওটা পাবা কিন্তু কাণখন, বা নাকটো বা গালখন কাটি আনি বেলেগাই লৈ যদি তুমি সেই কামটি কৰিবলৈ যোৱা, তেন্তে তুমি দুৰ্ভগীয়া সেই তিনিও ৰসৰ পৰাই বঞ্চিত হবা। শব্দ আৰু বাক্যৰ সম্বন্ধো এনেকুৱাই। ৰূপে, তৰ. তম, কৈ, তা, ত্ব, শব্দ-বিলাক অকলশৰীয়াকৈ থাকোঁতে যেনে অৰ্থশূন্য, শব্দবিলাকো বাক্যৰ ভিতৰৰ পৰা ওলাই অকলশৰীয়া হৈ থাকিলে তেনে অৰ্থশূন্য। ভাষাৰ প্ৰথম লক্ষণ হৈছে অৰ্থবোধকতা কিন্তু শব্দৰ অৰ্থ থাকে কেৱল যেতিয়া সি বাক্যৰ ভিতৰত পৰস্পৰ সম্বন্ধীয়া হৈ থাকে।

যদি ভাষাই প্ৰকাশ কৰে ভাব আৰু যদি ভাষাৰ বাক্যবোৰ সেই ভাব প্ৰকাশ কৰিবলৈ সম্পূৰ্ণ হব লাগে, তেন্তেই স্পষ্ট যে ভাষাৰ বিভাগে, শ্ৰেণী তালিকা কৰিবলৈ গলে অৰ্থাৎ কোন ভাষা কোন জাতৰ কোন কোন ডালৰ, কোন ঠেঙুলিৰ দেখুৱাবলৈ গলে, বেলেগ বেলেগ ভাষাৰ বাক্যবোৰ ৰিজাই চাব লাগে। ক—ভাষাৰ পৰা এটা শব্দ বুটলি লৈ খ—ভাষাৰ পৰা বুটলি অনা এটাৰে সৈতে মিলাই চাই অলপ মিল যেন পালে, ক আৰু খ ভাষা একেই বা ক ভাষা খ ভাষাৰ পৰা বা খ ভাষা ক ভাষাৰ পৰা ওলাইছে বুলি ডাঙৰ জাঁপ মাৰি দিলে ঘৰৰ চতিত মূৰটো টকৰ কৰে লাগি ফুটি থাকিব। বহুত বঙালী আৰু অলপ অসমীয়া বিদ্যাবাগীশ পণ্ডিতে এনেকৈ বঙলা আৰু অসমীয়া ভাষাৰ পৰা

শব্দ বুটলি মিলাই চাই মিল যেন পালে, এনে বিপদজনক মুৰ-ফুটা জঁাপ মাৰি দিব খোজে। আমি এনে হেৰা পোৱা সস্তা বিদ্যাবাগীশ পণ্ডিতসকলক সময় থাকোঁতেই সাৱধান কৰি দিয়াটো আমাৰ কৰ্ত্তব্য যেন অনুমান কৰোঁ। যে যদি তেওঁবিলাকৰ নিজ নিজ মূৰলৈ অলপ মৰম আছে তেন্তে হয় তেওঁবিলাকে জঁাপটো অলপ সৰুকৈ মাৰিব, নহয় ঘৰৰ ভিতৰৰ পৰা চোতাললৈ ওলাই মাৰিব নতুবা এই বক্তা যদি বুঢ়া বয়সলৈকে জীয়াই থাকে, তেন্তে তেওঁবিলাকক এই কথা কৈ সোঁৱৰাবলৈ পাব যে "বুঢ়াৰ কথা নলৰ ডেকা, খালত পৰি কিয় কেকা?" নানা কাৰণৰ পৰা বেলেগ বেলেগ ভাষাৰ কোনো কোনো শব্দ মিল হয়। যেনে অকস্মাৎ মিল। মনুষ্য জাতিৰ অনেক সময়ত একেদৰে ভবাৰ নিমিত্তে মিল। দুই জাতি পৰস্পৰ সংঘৰ্ষণলৈ অহাত এজাতিৰ শব্দ আন জাতিৰ ভিতৰত সোমোৱা বাবে মিল। স্বাভাৱিক মাতৰ অনুকৰণ কৰি বস্তুৰ কি জন্তু প্ৰভৃতিৰ নাম দিয়া বাবেও অনেক সময়ত মিল ইত্যাদি। মানুহৰ ভাবনাৰ অনুসাৰে বাক্য বা পদৰ গঢ় লাগে। বেলেগ বেলেগ জাতিৰ বেলেগ ভাবিবৰ গঢ় আছে। একেটা কথাকে এক জাতিয়ে এক প্ৰকাৰে ভাবে, আন জাতিয়ে এক প্ৰকাৰে ভাবে। এই ভিন্ ভিন্ আকৃতি হয় বাক্যই ভাষা, ভাষাই বাক্য। বাক্যৰ সমষ্টিয়েই ভাষা। বাক্যৰ আগগুৰি পৰীক্ষা কৰি চালেই বেলেগ বেলেগ ভাষাৰ ভিতৰৰ পৃথকত্ব বুজিব পাৰি।

একেটা কথাকে ইংৰাজে এক প্ৰকাৰে ভাবি মুখেৰে প্ৰকাশ কৰিব আৰু আৰবৰ মানুহে এক প্ৰকাৰে প্ৰকাশ কৰিব। আমি কওঁ "বতৰটো চেঁচা হবলৈ ধৰিছে।" ইংৰাজে কয় "সেই বতৰ আৰম্ভ হল হবলৈ চেঁচা" (The weather began to be cold)। চীনা মানুহে কয় "স্বৰ্গৰ বতাহ চেঁচা আৰম্ভ হৈছে উঠিছে আহিছে" (Thyan he lein tsyain San-lei")। আমাৰ মনত প্ৰথমতে 'বতৰ' ভাব উদয় হলে, তাৰ পিছত সেই বতৰটো বিশেষকৈ দিবলৈ 'টো' ভাবটো, তাৰ পিছত 'চেঁচা' তাৰ পিছত 'হবলৈ' সব শেহত 'ধৰিছে' ভাবটো

ওলাল আৰু সেই অনুসৰি "বতৰটো চেঁচা হবলৈ ধৰিছে" বাক্যটোৰ গঢ় লাগিল। কিন্তু ইংৰাজৰ মনত প্ৰথমতে বতৰটো বিশেষকৈ আঙু-লিয়াই 'সেই' (the) ভাবটো তাৰ পিছত 'বতৰ' (weather) তাৰ পিছত 'আৰম্ভ হল' (began) ইত্যাদি ভাব ওলায়। 'চেঁচা হবলৈ' ভাবটো আমাৰ মনত 'আৰম্ভ হল' ভাবটোতকৈ ওলোৱা আগ, কিন্তু ইংৰাজৰ মনত হলে সি পাছ। ভাবৰ ক্ৰম অনুসাৰে ভাষাৰ গঢ় হয়। ভাষা ইটোৰে সিটোৰে সৈতে তুলনা কৰিবৰ সময়ত আমি প্ৰথমতে তুলনা কৰি চাব লাগে তাৰ ব্যাকৰণ, শব্দ নহয়। কিয়নো আমি দেখুৱাইছোঁ যে ভাষাৰ মিল-অমিল বুজা যায় বাক্যত, গোট গোট শব্দত নহয়। বাক্যটোৰ ভিতৰৰ বেলেগ বেলেগ অংশৰ পৰস্পৰ কি সম্বন্ধ থাকে, ব্যাকৰণৰ কাম তাক বুজোৱা। আমি ওপৰত উনুকিয়াইছোঁ, এটা ভাষাৰ কোনো এটা শব্দ আন এটা ভাষাৰ কোনো এটা শব্দৰে সৈতে নানা কাৰণৰ বাবে মিলি যাব পাৰে। বিশেষকৈ ভাষাৰ শব্দ-বিলাকৰ ভিতৰত ভালেমানৰ জন্ম স্বাভাৱিক মাতৰ অনুকৰণত হোৱা দেখি এনে মিল অতি সম্ভৱ। অকস্মাতে এনে মিল হোৱাৰ কথা উনুকিয়াইছোঁ। কুইচোৱা (quichua) ভাষাত 'বেপুল' শব্দৰ অৰ্থ 'সৰহ'। আমাৰ সংস্কৃতত বিপুল শব্দৰ মানেও সেয়েই। অথচ এই কুইচোৱা ভাষা আৰু সংস্কৃত ভাষাৰ মাজত সম্বন্ধৰ প্ৰভেদ তেল আৰু পানীৰ মাজত সম্বন্ধৰ প্ৰভেদৰ নিচিনা। যদি দেখোঁ যে দুটা ভিন্ ভিন্ ভাষাৰ মাজত ব্যাকৰণৰ সম্বন্ধ আৰু বাক্যৰ গঢ় আৰু মানে প্ৰায় একেদৰেই, তেনে হলেহে আমি নিৰ্ভয়ে নিভুৰ্লে সিদ্ধান্ত কৰিব পাৰোঁ যে সেই দুই ভাষা একে পৰিয়ালৰে। কিন্তু কৃষ্ণ আৰু হৰি একে বাপেকৰ পুতেক হৈও, দুইৰো মাজত ফুৰাচকা, খোৱা-বোৱা, হাঁহা-কন্দা আদি ভালেমান কথা একে গঢ়ৰ হলেও তথাপি যেনেকৈ কৃষ্ণ হৰি গাইপতি বেলেগ বেলেগ মানুহ, তেনেকৈ দুই ভাষা একে বাপেকৰ পৰা জন্ম পাই অনেক বিষয়ত একে গঢ়ৰ হলেও তেনেকৈ গাইপতি বেলেগ বেলেগ। বঙলা ভাষা আৰু অসমীয়া ভাষা সংস্কৃতৰ সন্তান দেখি

দুইৰো মাজত শব্দৰ কথাকে নকওঁ, ব্যাকৰণৰো অনেক মিল আছে। ইমানবিলাক মিল থকাতো কিন্তু বঙলা ভাষা আৰু অসমীয়া ভাষা একে বাপেকৰ দুই বেলেগ বেলেগ সন্তান কৃষ্ণ-হৰি। বংশগত মিল দেখিয়েই যি কৃষ্ণক হৰি আৰু হৰিক কৃষ্ণ বা কৃষ্ণই শুকাইখীণাই চেৰেলা হৈ হৰি হৈছে বা হৰিয়েই পেটাল হৈ কৃষ্ণ হৈছে বা কৃষ্ণ হৰিৰ নথ বা হৰি কৃষ্ণৰ সৰি পৰা চুলি বুলি সিদ্ধান্ত কৰিবলৈ যায়, তেওঁ বুলিব পাৰকেই বা নোৱাৰক, আমি হলে এতিয়াই তেওঁক ৰত্নাৱলী পুথি মেলি পঢ়িবলৈ পৰামৰ্শ দিওঁ। অসমীয়া, বঙলা, উড়িয়া, হিন্দী, মহাৰাষ্ট্ৰী ভাষাৰ ভিতৰত একে অৰ্থবোধক, একে উচ্চাৰণৰ সাধাৰণৰ শব্দ অৱশ্যে বিস্তৰ আছে বৰং নথকাহেঁতেনহে আচৰিত হবৰ কথা। তথাপি এই-বিলাক ভাষা বেলেগ বেলেগ। গাইগোটা শব্দৰ তালিকা প্ৰস্তুত কৰি বেলেগ বেলেগ ভাষাৰ ভিতৰত মিল উলিয়াই সম্বন্ধ নিৰ্ণয় কৰাৰ কাল বিখ্যাত ছাৰ উইলিয়েম্ জোন্স্ (Sir William Jones), এডেলু (Adelung) আৰু ভাতেৰ (Vate) দিনতে গল। আজিকালিও যি তেনে উপায়েৰে ভাষাৰ মিল-অমিল বিচাৰ কৰি পণ্ডিতালি দেখুৱাবলৈ যায়, তেওঁক পঢ়াশলীয়া ছাতৰ এটাইও ধৰি “পণ্ডিত মহাশয়! এশ বছৰতো শুই আছিলেই। এতিয়ানো কিয় উঠিল? আপোনাৰ চকুত এতিয়াও টোপনি আছে। আহক, শুদাতে কষ্ট পাব নেলাগে আৰু এশ বছৰৰ পিছত উঠিব।” এই বুলি টানি নি হেঁচা মাৰি ধৰি শুৱাই থব।

ভাষাৰ সাধাৰণ লক্ষণ আদিৰ সম্পৰ্কে অলপ-অচৰপ কোৱা গল। আৰু দুআষাৰমান কথা মুঠতে কৈ আজিলৈ সামৰণি মাৰিব খোজোঁ। অসমীয়া ভাষা অসমত কিমান দিনৰ পৰা চলি আহিছে, ঠাৰবোৱা টান। শঙ্কৰদেৱৰ আগেয়েও দুই এজনে অসমীয়া ভাষাত পুথি লেখা জনা যায়। কিন্তু শঙ্কৰদেৱৰ আগৰ বহু কালৰ পৰা যে এই অসমীয়া ভাষা অসমত উন্নত অৱস্থাত প্ৰচলিত আছিল তাক অনুমান কৰিবলৈ সৰহ আয়াস নেলাগে। অনুমান

কিয়, বৰং তেনে আছিল বুলি আমাৰ দৃঢ় বিশ্বাস। অৱশ্যে এইটো স্বীকাৰ কৰিব লাগিব যে শঙ্কৰদেৱৰ আগেয়ে অসমীয়া ভাষা উন্নত অৱস্থাত থাকিলেও সি স্থায়ী আৰু আৱশ্যকীয় পুথিত লিখিত হৈ থকা নাছিল। শঙ্কৰদেৱে অসমীয়া ভাষাত সাকুৰা পুথি লেখি সেই ভাষাক অতি উন্নত সাহিত্যৰ ভাষালৈ আনি যে চিৰস্থায়ী কৰিলে এই কথা অৱশ্যে সকলোৱে জানে। কিন্তু পুথিৰ সঁজাত বান্ধি চিৰস্থায়ী কৰি ৰাখিবলৈ যে শঙ্কৰদেৱে এটা সম্পূৰ্ণ উন্নত কথিত অসমীয়া ভাষা হাতত পাইছিল তাক ভাবি চালেই দেখি। প্ৰায় গোটেই ৰামায়ণ, প্ৰায় গোটেই মহাভাৰত, গোটেই শ্ৰীমদ্ভাগৱত আৰু নানা পুৰাণৰ কথা আৰু ভাব প্ৰকাশ কৰিবলৈ জোৰা অৱস্থাত যে শঙ্কৰদেৱে অসমীয়া ভাষাটো পাইছিল, এই কথালৈ এবাৰ দকৈ মন কৰিলেই আমি দেখিবলৈ পাওঁ যে সিমান উন্নত অৱস্থা আহি পাবলৈ, শঙ্কৰদেৱৰ আগেয়ে অসমীয়া ভাষাৰ অনেক কাল, অনেক যুগ লাগিছিল। ভাষাৰ বয়স নিৰ্দ্ধাৰণ কৰোঁতা ভাষাবিদ্ পণ্ডিতসকলে চেষ্টা কৰিলে শঙ্কৰদেৱৰ আৱিৰ্ভাবৰ কালত অসমীয়া ভাষা কিমান বছৰ বয়সীয়া আছিল, ওচৰাউচৰি অনুমান কৰিব পাৰে। আমাৰ মনেৰে হলে ভাষাটো আহি তেনে এটা পৈণত অৱস্থাত পৰিবলৈ অতি কমকৈ ধৰিলেও হেজাৰ বাৰশ বছৰ লাগিছিল। বৌদ্ধধৰ্ম্মৰ জন্ম, উন্নতি আৰু বিস্তৃতিয়ে যেনেকৈ ভাৰতৰ ভালেমান ভাষাক উন্নত সাহিত্যৰ ভাষাৰ শাৰীলৈ আনিলে, বৈষ্ণৱ ধৰ্ম্মৰ জন্ম, উন্নতি আৰু বিস্তৃতিয়ে সেই দৰে অসমৰ অসমীয়া ভাষাক আৰু বঙ্গৰ বঙ্গভাষাক উন্নত সাহিত্যৰ ভাষাৰ শাৰীলৈ তুলিলে। এই কাৰ্য্য অসমত শঙ্কৰদেৱ আৰু তেওঁৰ শিষ্যসকলৰ পৰা আৰু বঙ্গদেশত চৈতন্যৰ বৈষ্ণৱ শিষ্যসকলৰ পৰা হল। শঙ্কৰ-মাধৱৰ কালৰ অসমীয়া পুথিৰ ভাষা আৰু চৈতন্যদেৱৰ শিষ্যসকলৰ বঙলা পুথিৰ ভাষাৰ গঢ়-গতিত প্ৰায় বহুত মিল আছে। সেই কালৰ দুই ভাষাতে ব্ৰজাবলিৰ বিস্তৰ আমদানি আৰু প্ৰাধান্য। কিন্তু এই মিল থকাতো শঙ্কৰদেৱ, মাধৱদেৱ, অনন্তকন্দলিৰ

পুথি হাড়ে হাড়ে অসমীয়া আৰু চৈতন্যদেৱৰ পুথি হাড়ে হাড়ে বঙলা। সেই কালৰ অসমীয়া ভাষাৰে সৈতে সেইকলীয়া বঙলা ভাষাৰ তুলনা কৰি চালে ভালকৈ দেখিবলৈ পোৱা যায় যে অসমীয়া ভাষা বঙলা ভাষাৰ এখোজৰো পাছ নপৰা আছিল, বৰং অনেক সময়ত অনেক বিষয়ত সি বঙলা ভাষাক ভালেমান চেৰ পেলাই গৈছিল। সেই কালত অসমীয়া ভাষালৈ যিমানবিলাক অসমীয়া পুথি ভঙা হৈছিল, দেখিলে তধা লাগিব লাগে। যিমানবোৰ পুৰাণ আৰু আন আন ধৰ্ম্মশাস্ত্র অতি সুললিত অসমীয়াত অনুবাদিত হৈছিল, বঙ্গভাষাত সিমানবোৰ পুৰাণ আদি ধৰ্ম্মশাস্ত্র তেতিয়াৰ কথাকে নকওঁ এতিয়াও অনুবাদিত হোৱা নাই। কিন্তু দৈবদুৰ্ব্বিপাকত অসমীয়া ৰণত পৰি কলীয়া হল। সেই কালৰ সেই উন্নতি-সূৰ্য্য এন্ধাৰ যুগৰ হাতত অসমক সমৰ্পণ কৰি অস্ত গল। অজ্ঞানতা আন্ধাৰৰ ভীষণ গৰাহৰ পৰা এতিয়াও অসম আৰু অসমীয়া ভাষা সম্পূৰ্ণৰূপে মুকলি হব পৰা নাই। ইংৰাজ গৱৰ্ণমেণ্টৰ সুবিমল ছাঁত, অশেষ সুবিধা পাই বঙলা ভাষা অলপ দিনৰ ভিতৰতে খুব বাঢ়ি উঠি, অশেষ অসুবিধাৰে সৈতে সংগ্ৰাম কৰি তিষ্ঠিবলগীয়াত পৰা অসমীয়া ভাষাক বহুত পাছ পেলালে। ধন, বাণিজ্য, বিদ্যা, সভ্যতাৰ সাৰ পাই বঙালী জাতি আৰু বঙলা ভাষা দোপতদোপে আগবাঢ়ি আহিল। বঙালীৰ সুকপালৰ গুণে ভাৰতবৰ্ষৰ ৰাজধানী বঙ্গদেশত স্থাপিত হল আৰু ৰাজধানীৰ লগৰীয়া বিদ্যা, বুদ্ধি, বাণিজ্য, সভ্যতা আদি সোপাই আহি তেওঁলোকৰ দুৱাৰমুখতে উপস্থিত হল; মুঠেই তেওঁলোকে হাত মেলিব লাগে আৰু চপাই আনিব লাগে। হাতো নেমালোঁ, নচপাৰো বুলি বহি থাকিলেও ভাগ্যৱন্ত তেওঁবিলাকৰ মূৰত উন্নতি আৰু সভ্যতা মেঘে যেন বহি থাকিব নোৱাৰি আপুনি উপযাচি আহি বৰষি যায়। পৃথিৱীৰ ভিতৰত ইংৰাজৰ নিচিনা অত্যুন্নত জাতি এটাৰ দিনে-ৰাতিয়ে সংঘৰ্ষণলৈ আহি সেই জাতিৰ বিদ্যা, বুদ্ধি, সভ্যতাৰ বলত ২৪ ঘণ্টা বুৰি থাকিও যদি বঙালীয়ে ভাৰতৰ আন আন জাতিক পাছ নেপেলালেহেঁতেন, তেন্তে বঙালীৰ

মূৰৰ খিউ আৰু হুগলী নৈৰ পলবোকাৰে সৈতে, যেয়ে সেয়ে অলপো শঙ্কা নকৰাকৈ তুলনা কৰি দি গুচি গলহেঁতেন। ঘৰত বিয়া-সবাহৰ নিচিনা গোলমাল, হাই-উৰুমি হলে যেনেকৈ সেই ঘৰৰ কোনো মানুহে ইচ্ছা কৰিও শুই থাকিব নোৱাৰে, ঊনৈছ শতিকাৰ ইংৰাজী-সভ্যতা-সবাহৰ সুসভ্য কোঢ়ালতো বঙালীয়ে "আমি সভ্য নহওঁ ঔ! আমাক নজগাবি। আমি শুই থাকোঁ" বুলি সুখ-নিদ্ৰা উপভোগ কৰিব নোৱাৰে। বঙালীয়ে উপজিয়েই ৰেলত উঠিছে, গেছৰ চাকি, বিজুলীচাকিৰ পোহৰ দেখিছে, পৃথিৱীৰ নানা সুসভ্য দেশৰ নানা সুসভ্য মানুহৰ সংঘৰ্ষণলৈ আহিছে, খোজ কাঢ়িব পৰা হৈয়েই প্ৰকাণ্ড স্কুল-কলেজলৈ বিদ্যাৰ্থী হৈ অহাযোৱা কৰিছে। অসমীয়াই গোটেইটো জীৱন বাধ্য হৈ চুকভেকুলী হৈয়েই কটাই চুকতে মৰি গৈছে। ঘটনাৰাশি বা অৱস্থাসমূহে (environment) যদি মানুহ আৰু জাতি গঢ়ে, তেন্তে বঙালীৰ ঘটনাৰাশি আৰু অৱস্থাসমূহে বঙালীক গঢ়িছে। অসমীয়াৰ ঘটনাৰাশি আৰু অৱস্থাসমূহে অসমীয়াক গঢ়িছে। হোৱাৰেই হয় বুলি এটা পুৰণি কথা আছে। তাক দলিয়াই পেলাব নোৱাৰি। মাটিৰ চিৰস্থায়ী বন্দবস্তটোও বঙালীৰ কপালতহে আছিল। অৱশ্যে আমি আমাৰ বঙালী ভাইহঁতৰ সুখ-সম্পদ, উন্নতি দেখি বেয়া পোৱা নাই, বৰং অতি সন্তোষহে পাইছোঁ। আমি অসমীয়া হেজাৰ দোষ থাকিলেও চকুচৰহা নহওঁ। পৰশ্ৰীকাতৰ মানুহৰ উন্নতি কেতিয়াও নহয়। ভাইৰ উন্নতি দেখি ভায়ে ৰং পায়, দুঃখিত নহয়। যি দুঃখিত হয় সি ৰসাতললৈ যায়। আজি যদি ইংৰাজ গৱৰ্নমেণ্টে (যদিও ই অসম্ভৱ) চিৰস্থায়ী বন্দবস্ত বঙ্গদেশৰ পৰা উঠাই দিয়ে আমি মৰণান্তিক কষ্ট পাম। আমি গৱৰ্নমেণ্টক ইয়াকেহে কওঁ, যে আমাকো চিৰস্থায়ী বন্দবস্ত কৰি দিয়া। আমাকো পুতৌ কৰা। আমাকো ডাঙৰ দীঘল শকতআৱত হবলৈ দিয়া। বঙালী ভাইহঁতৰ আৰু বেছি উন্নতি কামনা কৰি, আমিও তেওঁবিলাকৰ নিচিনা হবলৈ প্ৰাণপণে চেষ্টা কৰোঁহক। তেওঁবিলাকে আমাৰ দুৰৱস্থা দেখি,

আমাৰ ভাষাৰ দুৰৱস্থা দেখি, মিছা গওপীয়া ঘিণ লগা ভাব প্ৰকাশ কৰি ঠেক মনৰ চিনাকি নিদি আমাকো সহায় কৰি তেওঁলোকৰ লগে লগে উন্নতি-বাটৰ বাটকৰা কৰক। ইমানবিলাক অসুবিধা থকাতো অসমীয়া জাতি আৰু অসমীয়া ভাষাই যিফেৰা আগ-বাঢ়িছে তাতো অসমীয়াৰ পক্ষে যথেষ্ট গৌৰৱ আছে। আমাৰ দৃঢ় বিশ্বাস অলপ কালৰ ভিতৰতে অসমীয়া জাতি আৰু অসমীয়া ভাষা উন্নতিৰ বাটত ভালেমান আগুৱাইছে। সুসভ্য ইংৰাজ ৰজাৰ সহায়ত আৰু ঈশ্বৰৰ অপাৰ করুণাত, শুভলগ্ন শুভক্ষণত অসমৰ উন্নতি সোঁত বলিছে। এই সোঁত কেতিয়াও নৰয়। পৰমেশ্বৰে অসমীয়াৰ শুভ কামনা, সুচেষ্টা ফলৱতী কৰক।

ওপৰত আমি এঠাইত কৈছোঁ যে আমাৰ ভাব আৰু ভাষাৰ উন্নতি একেলগে কৰি যাব লাগে। এটাৰ উন্নতি কৰি এটালৈ আওহেলা কৰিলে বিষম ফল ফলিয়াব। কিন্তু এইখিনিতে আমি নকৈ নোৱাৰোঁ যে পাশ্চাত্য সভ্যতা আৰু পাশ্চাত্য শিক্ষা আমাৰ মাজত সোমাই আমাৰ সমাজ আৰু আমাৰ যুৰোপৰ উন্নত ভাববিলাক গিলি জীণ নিয়াই আহিব লাগিছোঁ, অথচ সেইবিলাক ভাব, পুনৰায় প্ৰকাশ কৰিব পৰা উপযোগী আমাৰ ভাষা নহয়। বিলাতী ভাবৰ ৰোষ্ট কাট্‌লেট্ খাই আমাৰ ভাবৰ গা বাঢ়ি ফুলি আহিব লাগিছে কিন্তু আমাৰ ভাষা-ছালে তাক ঢাকি ৰাখিব নোৱাৰি ফিকি-ফাটি ছিৰাছিৰ হৈছে। ইংৰাজী ভাষাৰ ছেক্সপীয়েৰ, মিলটনৰ ভাববিলাক আমি গ্ৰহণ কৰিছোঁ আৰু ছেক্সপীয়েৰ, নিউটনৰ প্ৰণালীৰে ভাবিছোঁ, অথচ ইপিনে সেই ভাব প্ৰকাশ কৰিবলৈ আমাৰ ভাষাই আমাক নাটে। ভাবত ছেক্সপীয়েৰ-নিউটন, ভাষাত আমি মণি বায়ন, ধনী মেধি। আমাৰ মাজত বিষম বিভ্ৰাট। এই বাবেই আমি দুজনে কথা পাতিব লাগিলে ইংৰাজীত বা ইংৰাজী কথা মিলাই দেশী ভাষাত পাতোঁ। এই বাবেই চিঠি এডোখৰ লেখিব লাগিলে আমি নোৱাৰা পক্ষতহে অসমীয়াত লেখিবলৈ আগবাঢ়োঁ। এই বাবে তুমি আমাক ইঁহাই

বা নিন্দাই কৰা, কিন্তু বাস্তবিক পক্ষতে আমাৰ দশা এনেকুৱাই। এই বাবে যদি তুমি আমাক দোষ দিয়া তোমাক আমি অবিবেচক বুলিম। তথাপিও যদি তুমি কিবা কোৱা, তেন্তে আমি নিৰুপায়। অঙ্গ-প্রত্যঙ্গৰ এনেকুৱা বিষম বৃদ্ধিত, আমাৰ সমাজ-শৰীৰে এটা অপৰূপ ৰাক্ষসী আকাৰ ধাৰণ কৰিছে।

আমাৰ সমাজ শৰীৰৰ মূৰটো ডাঙৰ হৈ হৈ ঐৰাৱতৰ সমান হলগৈ অথচ ইপিনে মুখখন চুণ-খোৱা টেমীটোৰ সমান হৈয়েই আছে। আমি নেলাগে, ভাৰতবৰ্ষৰ কি বঙালী, কি মহাৰাষ্ট্ৰী সকলো জাতিৰ সমাজ-শৰীৰৰে এনে অসামঞ্জস্য বৃদ্ধি বা উন্নতিৰ পৰা ভাৰতীয় জাতিৰ হানি হৈছে। আমি দ-কথা এটাত কৰিব খুজিলে, ইংৰাজী শব্দ ব্যৱহাৰ নকৰিলে, মনৰ সম্পূৰ্ণ ভাবৰ ডোল মেলি দি তাক মুকলি কৰি লৈ যে আলাপ কৰিব নোৱাৰোঁ, এইটো আমাৰ দোষ নহয়, ইংৰাজৰ দোষ নহয়, পাশ্চাত্য শিক্ষা-সভ্যতাৰো দোষ নহয়। আমি যি অৱস্থাত পৰিছোঁ, ই সেই অৱস্থাৰ ফল। সুসভ্য, সুশিক্ষিত, অত্যুন্নত জাতি আমাৰ ৰজা, গুৰু, শিক্ষক, পালক, চালক। আমাৰ সুকপালৰ গুণে এনে হৈছে। এনে উন্নত জাতিৰে আমি ভৰি সলনাসলনি কৰি চলিবলগীয়াত পৰিছোঁ। উন্নত জাতিৰে সৈতে উন্নত ভাবত কথা কবৰ আৱশ্যক আৰু সেই উন্নত জাতিৰ নিমিত্তে উন্নত ভাববিলাকো আমাৰ হৈছে। সেইবিলাক আমি এৰি দি বা নলৈ আগৰ অৱস্থাতে থাকিবলৈ ইচ্ছা নকৰি উন্নত জাতিৰ শাৰীলৈ উঠিবলৈ চেষ্টা কৰিব লাগে। বাস্তবিকতে কৰিছোঁও। আমাৰ যদি মূৰটো বাঢ়ি ডাঙৰ হৈছে—মুখ, নাক, হাত, ভৰি প্ৰভৃতি শৰীৰৰ আন আন অঙ্গপ্ৰত্যঙ্গ-বিলাকো বঢ়াই মূৰেৰে সৈতে সামঞ্জস্য ৰাখিবলৈ চেষ্টা কৰিব লাগে। ডাঙৰ মূৰটো চাঁচি কাটি সৰু কৰি আনি হোকামূৰীয়া কৰিবলৈ যাব নেলাগে। আমি ইংৰাজীও এৰিব নোৱাৰোঁ, অসমীয়াও এৰিব নোৱাৰোঁ। ইংৰাজী এৰিলে উন্নতিৰ গুভতনিত পৰিব লাগিব। অসমীয়া এৰিলে আমাৰ নাও বুৰিব। কাণত কাণগাৰ হৈছে বুলি আমি কাণখন কাটি পেলাবলৈ

নগৈ চিকিৎসা কৰাই কাণগাৰ ভাল কৰিব লাগে। ইংৰাজী শিক্ষাত আমাৰ ভাবৰ উন্নতি হৈছে। সেই ভাব প্ৰকাশ কৰিবলৈ জোৰাকৈ এতিয়া আমাৰ ভাষাৰ উন্নতি কৰিবলৈ প্ৰাণপণে লাগি যাব লাগে। এই বাবেই এতিয়া আমাৰ ভাবৰ উন্নতিতকৈ ভাষাৰ উন্নতিলৈ বেছিকৈ চকু দিব লাগে; কাৰণ ইংৰাজী শিক্ষাৰ অনুগ্ৰহত আমাৰ ভাব যথেষ্ট উন্নত হৈ আছে আৰু হব লাগিছে। আমাৰ কোনো কোনো দেশী মানুহে উন্নত ভাবপ্ৰকাশক, উন্নত ইংৰাজী ভাষাৰে কথাবাৰ্ত্তা, লেখাপঢ়া কৰিয়েই আনন্দ-কাঞ্চনজঙ্ঘাৰ টিঙত উঠি তললৈ চাই পঠিয়াই পৰম সন্তোষ লাভ কৰে। কিন্তু আমি তেওঁলোকক অলপ ইয়াকে কওঁ যে "কাঞ্চনজঙ্ঘাত উঠা, স্বৰ্গাৰোহণ কৰা, সন্তোষ লভা, কিন্তু সাৱধান! শৰীৰত যদি পাপ আছে, টলৰ কৰে কেতিয়াবা পকা আমি সৰাদি সৰি আমাতকৈও তলৰ খাৱৈত পাৰিবা চাবা।" এই বিধ আমাৰ দেশী ভাই-সকল যিমান কি ওপৰলৈ উধাওক, ঘৰুৱা সুখৰ সোৱাদৰ পৰা সিমান তেওঁলোক আঁতৰ। ভাৰতবৰ্ষীয় মানুহৰ ভিতৰত বঙালী মাইকেল মধুসূদন দত্ততকৈ বোধকৰোঁ আৰু কোনো বেছি চাহাব হোৱা নাছিল। দেশীয় ধৰ্ম্ম, কৰ্ম্ম, ভাব-ভাষা সাহিত্য, সাজ সোপাকে তাচ্ছিল্যভাৱে পৰিত্যাগ কৰি ইংৰাজীত কৱিতা লেখি মিল্‌টন হবলৈ গৈ শেহত নিজৰ ভুল বুজিব পাৰি, আগেয়ে ঘিণোৱা মাতৃভাষাৰ কাপ ধৰিহে সাহিত্য-জগতত অলপ চিন মাইকেলে থৈ যাব পাৰিলে। মাইকেলে ইংৰাজী ভাষাত যেনেকৈ সুন্দৰৰূপে গদ্য আৰু পদ্যত মনৰ ভাব প্ৰকাশ কৰিব পাৰিছিল, আন কোনো ভাৰতবাসীয়ে আজিলৈকে তেনেকৈ পাৰিছে নে নাই সন্দেহ। কিন্তু মাতৃভাষাৰ আশ্ৰয় লৈহে মধুসূদনে 'মধুচক্ৰ' ৰচিবলৈ সমৰ্থবান হল, এইটো যেন আমাৰ মনত থাকে।

আগেয়ে এঠাইত কৈ আহিছোঁ যে জটিল ভাব বুজোৱা শব্দ ভাষাৰ প্ৰথমাৱস্থাত পোৱা নেযায়। নিতৌ লাগি-থকা উজু উজু ভাব বুজোৱা শব্দহে সেই অৱস্থাত পোৱা যায়। বিশেষকৈ, শব্দাৱলী চাই দুই ভাষাৰ মিল-অমিল চাবলৈ গলে ভাষাৰ আদিকালৰ ঘৰুৱা শব্দবিলাক

মিলাই চাব লাগে। ভাষাৰ উন্নতি হৈ অহাৰ লগে লগে সি ভজুৱা হৈ আহে অৰ্থাৎ বিদেশী ভাষাৰ শব্দবিলাক তাত সোমায়। ভাষা নিভাজ বিশুদ্ধ হৈ থাকে প্ৰথমাৱস্থাতহে। এইদেখি দুই ভাষাৰ শব্দাৱলী পৰীক্ষা কৰি পৰস্পৰ তুলনা কৰি চাই এটা ভাষা আনটোৰ পৰা ওলাইছে ইত্যাদি সিদ্ধান্ত কৰা বায়ুৱাসকলক নিচেই ঘৰুৱা শব্দবিলাক তুলনা কৰি চাবলৈ কওঁ। কাৰণ দিনৌ লাগি থকা ঘৰুৱা কথাবিলাকৰ নাম ভাষাত প্ৰথমতে দিয়া হৈছিল। অসমীয়া ভাষা বঙলা ভাষাৰ অপভ্ৰংশ বোলোঁতাসকলক সোধোঁ যে আমাৰ প্ৰথমাৱস্থাৰে পৰা নিতৌ ব্যৱহাৰ কৰিবলগীয়া জুই, পানী, ডিঙি, কলাফুল, কৰঙন, চেলাউৰি প্ৰভৃতি ঘৰুৱা অসমীয়া শব্দবিলাক সেই সেই বস্তু বুজোৱা সেই শ্ৰেণীৰ ঘৰুৱা বঙলা শব্দবোৰৰ সৈতে কিমান মিলে? এটা অসমীয়াই যদি তাৰ গাৰ অঙ্গপ্ৰত্যঙ্গবিলাকৰ কেৱল মাত্ৰ নাম কাঢ়ি এনে ঘৰুৱা ভাষাত কৈ যায় তেন্তে অসমীয়া ভাষা বঙলা ভাষাৰ অপভ্ৰংশ বোলোঁতা সাহিয়াল বিদেশী পুৰুষজনে কিমান বুজে, চাবৰ মন যায়। এটা বঙালীয়েও যদি তাৰ ঘৰুৱা মাতেৰে গাৰ অঙ্গপ্ৰত্যঙ্গবিলাকৰ নাম কাঢ়ি যায় তেন্তে আমাৰ ডাঠ বিশ্বাস যে আমাৰ জনো ভেবা গঙ্গাৰাম হব। আমি নদি কব পাৰোঁ এশৰ ভিতৰৰ ৯৫টা অসমীয়াই "সুমথিৰা টেঙাটোৰ বাকলি গুচাই লৈ ফুটিয়াই লৈ শিতা দলিয়াই পেলাই ৰসটোপা চুচি খোৱা", "চুৰাপাতখন চুৰনি পাতত পেলাই দি সোতাকানিৰে ঠাইখন মচ।" ইত্যাদি নিতৌ লাগি থকা কথাবিলাক বঙলা ভাষালৈ তৰ্জ্জমা কৰি কব নোৱাৰে। কোনো এটা ভাষাৰ কিতাপৰ সাধুভাষা লিখিব, কব বা বুজিব পাৰিলেই সেই ভাষাত পণ্ডিত হৈছোঁ বুলি যি ভাবে তেওঁক আমি "ভাতক ভত্ৰং, পাতব পত্ৰং, চাউলক তণ্ডুল" পণ্ডিত বুলিম আৰু সেই ভাষাৰ ওপৰত প্ৰকাশ কৰা তেওঁৰ মতামতক আমি মইবৰ পণ্ডিতৰ "ভত্ৰং পত্ৰং আৰু তণ্ডুলীয়া" মইমত বুলিম। সংস্কৃত ভাষা গ্ৰীক লেটিন ভাষাৰে এক বংশৰ আৰু একে বাপেকৰ এই কথা ছাৰ উইলিয়ম জোন্স্ প্ৰভৃতি বিখ্যাত য়ুৰোপীয় পণ্ডিতসকলৰ

দ্বাৰাই প্ৰচাৰ হলত ডিউগেল্ড ষ্টুৱাৰ্ট ( Dugald Stewart ) বুলি এজন স্কটলণ্ডৰ দাৰ্শনিক পণ্ডিতে (যাৰ নাম আপোনাসকলৰ ভিতৰৰ যি দৰ্শন শাস্ত্ৰ পঢ়িছে ভালকৈ জানে) সংস্কৃত 'ক'টোৰ তিনটা চুক চিনি নোপোৱাকৈয়ে, লেখি-পঢ়ি প্ৰমাণ কৰিবলৈ গৈছিল যে সংস্কৃত ভাষা, সংস্কৃত সাহিত্য, ভাৰতৰ চোকা বুধীয়া টেঙৰ বামুণবিলাকে য়ুৰোপীয় পণ্ডিতসকলৰ চকুত ধূলি দিবৰ নিমিত্তে গ্ৰীক আৰু লেটিন ভাষাৰ আহিঁৰে সাজিলে। ইমান এজন দাৰ্শনিক পণ্ডিতৰ এনে মতিভ্ৰম আৰু মূৰ্খতা দেখিলে অসমীয়া ভাষাৰ সম্পৰ্কে তেনে কথা কোৱা 'তণ্ডুলীয়া' পণ্ডিতসকলব আস্পৰ্দ্ধা, মতিভ্ৰম আৰু মূৰ্খতা স্বভাৱতে আমাৰ ক্ষমা কৰিবৰ মন যায়। *

## তৃতীয় বক্তৃতা

এই বিচিত্ৰ সংসাৰত কত যে স্বভাৱৰ লোক আছে, বুজি উঠা টান। ঘিউ-মৌ, চেনিৰ নামত আমাৰ জিভাৰ পানী ওলায়; কিন্তু এনেকুৱা স্বভাৱৰ মানুহো দেখিছোঁ, যি ঘিউৰ গোন্ধ পালে আঙুলি দি নাকটো চেপা মাৰি ধৰে, চেনি খাই ধতিয়ায়, মৌৰ নাম শুনিব নোৱাৰে। তাহানি আদিবাসী এটাক কোনোবাই এলাচি এটা খাবলৈ দিছিল, সি এলাচি খাই তাৰ দুৰ্গন্ধত থাকিব নোৱাৰি, লৰ মাৰি গান্ধীপোক এটা ধৰি খাই মুখৰ সেই দুৰ্গন্ধ মাৰিলে। তাহানি আমাৰ ঘৰত এটা মানুহ আছিল, তাৰ এটা কুস্বভাৱ আছিল যে সি গেৰেকনি বা দমাই থোৱা জাবৰ দোখলে নেঘাটি নোৱাৰে। এনে মানুহ আছে—যাৰ মৰা, গেলা, পচা বা মাটিত পোত খাই থকা বস্তু ঘাটি ফুৰা স্বভাৱ। কিয় যে এই শ্ৰেণীৰ মানুহে এনে বস্তু ঘাটে আমি কব নোৱাৰোঁ। কোনোৱে কয়—সেইবিলাক বস্তু উজাৰি দিলে যে এটা গোন্ধ ওলায়, তাৰ লোভত। কোনোৱে

* জোনাকী : ৫ম ভাগ—৭ম, ৮ম সংখ্যা (চত ১৮১৬, বহাগ ১৮১৭) আৰু ৯ম, ১০ম সংখ্যা ( জেঠ-আহাৰ ৮১৭ শক )

কয়—গোন্ধৰ লোভত নহয়, তাৰ স্বভাৱেই তেনে। আমি কিন্তু এনে মতত মত নিদি কওঁ যে ইও 'প্ৰজাপতিৰ নিৰ্ব্বন্ধ।'

সম্প্ৰতি এই শেহত কোৱা শ্ৰেণীৰ মানুহ জনদিয়েক ওলোৱাৰ খবৰ পোৱা গৈছে। যথা—ডিব্ৰুগড়ৰ ইংৰাজী বাতৰি-কাকত 'টাইমৃছ অব আসাম'ৰ সম্পাদক আৰু 'বন্ধুবৰ এছ্. ই-পি' 'এম্-এন্-এম্' এ-বি চি, ডি ই এফ্, জি এইচ্ আই, জে কে এল্ প্ৰভৃতি সেই কাকতৰ লেখাৰু কেজনমান। বহি থাকি থাকি কিবা জঁায়েই উঠিল কি হাতৰ খজুৰতিয়েই উঠিল কব নোৱাৰোঁ, ২৭ এপ্ৰিলৰ 'টাইমছ্ অব আসাম'ত 'বন্ধুবৰ এছ-ই-পিয়ে অসমীয়া ভাষা আৰু বঙলা ভাষাৰ সম্পৰ্কে জোৰাফোন্দা দি ঘপহকৈ এটা দীঘল প্ৰবন্ধ উলিয়াই দিলে। সুবিজ্ঞ টাইমছ সম্পাদকে আকৌ নোপোৱাই পোৱাদি সেই লেখা ছপাই সৰ্ব্বসাধাৰণক এছ-ই-পিৰে সৈতে সংগ্ৰাম কৰিবলৈ "যুদ্ধং দেহি, যুদ্ধং দেহি" বুলি "হুঙ্কাৰ ছাড়ি" আহ্বান কৰিলে। টাইমছ্ সম্পাদকৰ উচিত আছিল, 'বন্ধুবৰ'ৰ মূৰত দিবলৈ মধ্যমনাৰায়ণ তেলৰ বা বৰফৰ ব্যৱস্থা কৰা আৰু আঙুলিৰ খজুৰতি মাৰিবলৈ হলৰে চাহাবৰ এটেমা মলম পঠিয়াই দিয়া। কিন্তু তেওঁ তাকে নকৰি জুইত ঘিউ ঢলাৰ ব্যৱস্থা আৰু আঙুলিত কলীয়া-কচুৰ এঠা সনাৰ ব্যৱস্থা কৰি দি আমাক চমক লগাই দিলে। আমি সম্পাদকৰ এই ব্যৱস্থাত আচৰিত মানিলোঁ।

অসমীয়া ভাষা বঙলা ভাষাৰ অপভ্ৰংশ নে স্বাধীন ভাষা, একালত অনেক বাদ-প্ৰতিবাদ, বিচাৰ-অনুসন্ধান হৈ এই কথাৰ মীমাংসা হৈ গল আৰু সেই মীমাংসা হৈ যাবৰো এযুগ হল। শত্ৰু-মিত্ৰ সকলোৱে সেই তৰ্ক, সেই বাদ-প্ৰতিবাদৰ শৰটো মাটিত পুতি নিশ্চিন্ত হল। ৰজাঘৰৰ চালত অসমীয়া ভাষাৰ বিজয় নিচান উৰিল। কিন্তু আজিৰ দুধকণ্ঠ টাইমছে তেওঁৰ দুধকণ্ঠ লেখাৰু জনদিয়েকে সৈতে শৰৰ জঁকাটো খানি উলিয়াই আমাক সকলোকে নিমন্ত্ৰণ কৰিছে—সেইটো অসমীয়া নে বঙালী জঁকা, মেল-দোৱান

কৰি দিবলৈ। কি আচৰিত কথা! তাহানি আমেৰিকান ধেমেলীয়া গ্ৰন্থকাৰ ৱাছিংটন আয়াৰ ভিক্টৰ কিতাপত ৰিপ্ ভান্ উইঙ্কোল নামে কুৰি বছৰ শুই থকা এটা মানুহৰ সাধু পঢ়িছিলোঁ। এতিয়াও আমাৰ সম্পাদক আৰু তেওঁৰ লেখাৰুৰ গতি-গোত্ৰ দেখি সেই সাধুটো মনত পৰে আৰু এওঁবিলাককো অসমীয়া ৰিপ্-ভান্-উইঙ্কোল বুলি সন্দেহ হয়। অৱশ্যে ইংৰাজী ভাষাত লেখা টাইমছ কাকতৰ সম্পাদকৰ গাতো আমি তেনেই দোষ নিদিওঁ। তেওঁ ইংৰাজী ভাষাৰ আচলত বেছি সময় দিয়া বাবে বোধকৰোঁ অসমীয়া ভাষাৰ বিশেষত্ব নেজানে আৰু সেইদেখি জানিবৰ মনেৰে আমাক সেই বিষয়ে বন্ধুবৰ এছ্-ই-পি ধনুৰ্দ্ধৰেবে সৈতে বাক্‌যুদ্ধৰ ধনু ধৰিবলৈ আহ্বান কৰিছে। তেওঁৰ এই কাৰ্য্য এক প্ৰকাৰে প্ৰশংসনীয় হব পাৰে কিন্তু আমাৰনো তেনেহলে কি গতি হব? কুৰি-ডেৰকুৰি বছৰৰ মূৰত মৰাশ খানি সেই শ কাটি-কুটি পৰীক্ষা কৰি তাৰ ওপৰত বক্তৃতা কৰিবলৈ মাতিছে, আৰু তেওঁ ছাত্ৰৰূপে উপস্থিত থাকি শুনিবলৈ স্বীকাৰ পাইছে হয় কিন্তু আমি সকলো কাম-কাজ পৰিত্যাগ কৰি যাৱজ্জীৱন বক্তৃতা কৰিয়েই থাকিব লাগিব নে? আজি জানিবা মৰা শ কাটি মৰিমুজি এওঁক বক্তৃতা শুনাই লেঠা মাৰিলোঁ, কিন্তু কাইলৈ আৰু এজন ন সম্পাদকে ন কাকত এডোখৰ উলিয়াই এওঁৰ দৰে আকৌ সেই মৰা শটোৰ ওপৰত যেতিয়া আমাক বক্তৃতা কৰিবলৈ মাতিব, তেতিয়া আমাৰ কি উপায় হব? ন নকৈ সম্পাদক আৰু কাকত উপজি থাকিব আৰু ন নকৈ আমি একেটা বক্তৃতাৰ মৰণাকে ঘুগুলাপচলাকৈ মাৰি থাকিব লাগিব! এই বাবেহে অতি সকৰুণ স্বৰেৰে কেছোঁ, তেনেহলেনো আমাৰ গতি কি হব? আমি হলে এই জনা সম্পাদকক কওঁ আৰু উঠি অহা সম্পাদক-সমূহ বাপুসকলৰ ওচৰতো গোহাৰি কৰোঁ, তেওঁলোকে যেন দয়া কৰি অসমীয়া ভাষাৰ সম্পৰ্কে হৈ যোৱা বাদানুবাদ প্ৰভৃতি আমাক স্মৰণ নকৰাকৈ, নিজে নিজেই ধোঁৱাচাং বা কিতাপৰ আলমাৰিত বিচাৰি-খোচাৰি পঢ়ে। বাতৰি-কাকতখন সম্পাদকৰ অকলশৰীয়া সম্পত্তি

নহয়। তাত সর্ব্বসাধাৰণৰ জানিবলগীয়া উপকাৰী বিষয় থাকিব লাগে। সম্পাদক বা তেওঁৰ কাকতৰ দুজন এজন লেখকে শিকিবলগীয়া কথাৰে কাকত পূৰালে, সেই কাকত বাতৰি-কাকতৰ শাৰীৰ পৰা খহি ঘৰুৱা চিঠি-পত্ৰৰ শাৰীত পৰে। সঁচাকৈয়ে কওঁ যে কি অভিপ্ৰায়ে টাইমছ্-অব্-আসামে একেবাৰেই থিত লাগি সিদ্ধান্ত হৈ যোৱা বিষয়টো খুচৰি উলিয়াইছে ক'ব নোৱাৰোঁ। ডাক্তৰী শাস্ত্ৰই কয়, বৰআই ওলোৱা নিবাৰণ কৰি ৰাখিবৰ নিমিত্তে ৫।৬ বছৰে ছিটা দি থাকিব লাগে। নতুবা এবাৰ ছিটা দি নিশ্চিন্ত হৈ বহি থাকিলে, আই ওলোৱাৰ পৰা একেবাৰেই সাৰিব নোৱাৰি। এতিয়াও অসমীয়া ভাষাতঙ্ক ৰোগৰ পৰা সাৰি থাকিবৰ নিমিত্তে 'অসমীয়া ভাষা স্বতন্ত্ৰ ভাষা নে বঙলা ভাষাৰ অপ্ৰভ্ৰংশ?' এই তৰ্ক-বিতৰ্কৰ ছিটা আমি ৫।৬ বছৰে দি থাকিব লাগিব নেকি? যদিহে কোনোবা শাস্ত্ৰই এনে কথা কৈছে, তেন্তে স্পষ্ট জানিব পাৰিলে, এই নতুন ছিটা লবলৈ টাইমছ্ সম্পাদকৰ আৰু 'বন্ধুবৰ'ৰ নৰণিৰ খোচ সহিবলৈ হাত মেলি দিম।

ডব্লিউ ৰবিন্সনৰ (W. Robinson) লেখা প্ৰবন্ধৰ পৰা এডোখৰ যোৱা এপ্ৰিলৰ আসাম-টাইমছত 'বন্ধুবৰে' তুলি দি নিগাজিকৈ বুজাবলৈ চেষ্টা কৰিছে যে অসমীয়া ভাষাটো বঙলা ভাষাৰ পৰা ওলাইছে। ১৮৪৯ চনৰ মাৰ্চ্চ মাহতে বন্ধুবৰ পাটকাই পৰ্ব্বতৰ গুহাত শুলে, আৰু ১৮৯৫ চনৰ এপ্ৰিল মাহত তেওঁৰ টোপনি ভাগিল। ৰিপ্-ভান-উইঙ্কোলৰ বৰককায়েক বুলিনো আৰু কি বুলিম? ১৯৪৫ চনৰ মাৰ্চ্চত এওঁৰ টোপনি ভগাহেঁতেন আমি কিন্তু পৰম আপ্যায়িত হলোঁহেতেন। সেয়ে হলও হেঁতেন। কেৱল ডিব্ৰুগৰৰ টাইমছে মাজতে জন্মগ্ৰহণ কৰি হাইউকমি লগাই সুখৰ টোপনিটো ভাঙি বপুৰাক লটিঘটি কৰি কালক খালে দেখিছে!

বাৰু, বন্ধুবৰ! তোমাকচোন কথাটো পোনপতিয়েই সোধোঁ: ৰবিন্সন পচা প্ৰবন্ধটো তুলি যে অসমীয়া ভাষাৰ ওপৰত মতামত প্ৰকাশ কৰিবলৈ গলা, অসমীয়া অভিধান-ব্যাকৰণ প্ৰণেতা অসমীয়া ভাষাবিদ্

ব্ৰন্সন ব্ৰাউনৰ প্ৰবন্ধ নুতুলিলা কিয় ? অসমীয়া ভাষাৰ সম্পৰ্কে ব্ৰাউন আৰু ব্ৰন্সনৰ নে ৰবিন্সনৰ মত গধুৰ ? প্ৰগাঢ় ভাষাবিদ্ পণ্ডিত মেক্স-মূলাৰ আৰু ছেইছ প্ৰভৃতিয়ে অসমীয়া ভাষাৰ বিষয়ে ব্ৰন্সন নে ৰবিন্স্-নৰ মত আদৰেৰে সৈতে গ্ৰহণ কৰিছে তোমাৰ ভু আছে নে ? হওঁতে তোমাৰ গাতো বৰ দায় নাই। তুমি পূৰ্ব্বাপৰ প্ৰচলিত ৰীতিমতে চলিছা। ৰামায়ণত পঢ়িছিলো—ৰাম-ৰাৱণৰ যুদ্ধৰ অন্তত দুই-দলৰ মৰা সৈন্যবিলাক যেতিয়া মৃত্যু-সঞ্জীৱনী মন্ত্ৰেৰে জীয়াই দিয়া হল, সাৰ পায়েই ৰামৰ দলে "ধৰ, ধৰ, ৰাক্ষসক মাৰ, মাৰ" বুলি আৰু ৰাৱণৰ দলে "ধৰ, ধৰ, মাৰ বান্দৰক, মাৰ মাৰ" বুলি চিঞৰি উঠিছিল। আমাৰ বন্ধুবৰেও বোধকৰোঁ ১৮৪৯ চনতে ৰবিন্সনৰ প্ৰবন্ধ পঢ়িয়েই শয়ন কৰিলে। এতিয়া ডিবুৰুৰ টাইম্‌ছে মৃত্যু-সঞ্জীৱনী মাতিয়েই হওক বা হাই-উৰুমিৰ বাবেই হওক জগাই দিলতে "ধৰ, ধৰ, অসমীয়া ভাষাক ধৰ" বুলি তেওঁ চিঞৰি উঠিছে। উকিলী চৰাল কৰি আমি বন্ধুবৰক সোধোঁ—হয় তেওঁ স্বীকাৰ কৰক যে তেওঁ ১৮৪৯ চনৰ পৰা শুই আছিল, নহয় স্বীকাৰ কৰক নাই শুই থকা। যদি বোলে "হয়" তেন্তে আমি তেওঁক একো নকৰোঁ, দোষো নিদিওঁ। "টোপনিয়ে জানেকি বটা বকৰা, ভোকে জানে কি পইতা কৰ্কৰা" যদি বোলে "নহয়" তেন্তে আমি তেওঁক কবলৈ বাধ্য হম যে তুমি "বন্ধু" নোহোৱা, কাৰণ, তুমি গা ঢকা বাঘছালৰ তলেদি...... ভুমুকি মাৰিছে। অৰ্থাৎ তেন্তে তুমি ৰবিন্সনৰ প্ৰবন্ধৰ পিছত অসমীয়া ভাষাৰ বিভিন্নতা প্ৰতিপাদন কৰি লেখা প্ৰবন্ধবিলাক পঢ়িও সেইবিলাকৰ পৰা একো উদ্ধৃত নকৰি কেৱল ৰবিন্সনৰ পুৰণি প্ৰবন্ধ তুলি তোমাৰ মত প্ৰকাশ কৰি আমাৰ বন্ধু বুলি চিনাকি দিবলৈ আহিছা ? দুৰ্গভেদ কৰিবৰ সকলো কৌশলৰ ভিতৰত এই হেয় কৌশল যে বেছি ফলদায়ক তুমি তাক জানা বুলি আমি জানিব পাৰিছোঁ। তোমাৰ বন্ধুত্ব ৰণজিৎ সিংহ আৰু শা সুজাৰ মাজৰ, শিৱাজী আৰু আফ্‌জুলৰ মাজৰ বন্ধুত্ব। আমি তোমাক চিনি পেলাইছোঁ। তোমাৰ কথাত আৰু নুভুলোঁ।

সভ্য মহোদয়সকল! নুভুলোঁ বুলিছোঁ হয়, কিন্তু বৰ দুখেৰে কব

লগীয়াত পৰিলোঁ, যে আমাৰ ভিতৰত কোনো কোনোৱে ভুলিলে। নতুবা টাইমছ্ সম্পাদকৰ আহ্বানত আমাৰ ফালৰ পৰা কেজনমান যুদ্ধক্ষেত্ৰলৈ কেতিয়াও নেনামিলহেঁতেন। যি অনাহকত পঁচা বস্তু ঘাটে আৰু আনকো ঘাটিবলৈ মাতে, তাৰ কথাৰ কোনো খবৰকে নকৰি উত্তৰ নিদি বহি থকাহেঁতেনহে তাৰ যথেষ্ট উত্তৰ হ'লহেঁতেন। কিন্তু আমাৰ ফলীয়া উত্তৰ দিওঁতাসকলে সেইটি কথা পাহৰি গল আৰু পাহৰি বেয়া কৰিলে।

হাৰ্বাট্ স্পেন্সাৰে কয় বোলে, প্ৰায়েই দেখা যায় যে মানুহে যিটো বিষয় নেজানে, সেইটো বিষয়ত অতি সহজে টুপুৰ্ কৰে এটা নিশ্চিত আৰু নিঃসন্দেহ মত প্ৰকাশ কৰে। ছক্ৰেটিচে কৈছিল বোলে জ্ঞানী আৰু মূৰ্খ মানুহৰ ভিতৰত প্ৰভেদ এই যে মূৰ্খই কোনো এটা বিষয়ত নিজৰ কিমান দূৰ মূৰ্খতা তাক নেজানে, জ্ঞানীয়ে জানে। অশিক্ষিত মূৰ্খ মানুহ এটাক যদি সোধা যায়, আকাশৰ বিজুলীটো কি? ধতাহ-বৰষুণ কিয় হয়? সি ততালিকে ৰাক্ষসীয়ে জিভা উলিয়াই পানী খোৱা বিধৰ সজাইপৰাই থোৱা উত্তৰ টপাটপ দি যাব। কিন্তু চিৰকাল ধৰি অনুসন্ধান কৰি শিকিবুজি চুলি পকোৱা বিজ্ঞানবিদ পণ্ডিত এজনে এইবিলাক প্ৰশ্নৰ অতি কষ্টেৰেহে মোটামোটি উত্তৰ এটা দিবলৈ চেষ্টা কৰিব। কোনো এটা খোকোজা আৰু টান সামাজিক প্ৰশ্নৰ উত্তৰ দিবলৈ যাওঁতে হাৰ্বাট স্পেন্সাৰ পেপুৱা লাগিব, কিন্তু সনাতন বৰুৱা আৰু কেৰামত মুন্সীয়ে অতি অনায়াসে তিনিটিলিকতে তাৰ উত্তৰ তোমাক দি পেলাব। ভাৰতবৰ্ষত সোণৰ আৰু ৰূপৰ মুদ্ৰা দুইটা চলোৱা উচিত নে কেৱল ৰূপৰ বা সোণৰ মুদ্ৰা চলোৱা উচিত, এই প্ৰশ্নৰ উত্তৰ ভাবোঁতে অৰ্থব্যৱহাৰবিদ্ পণ্ডিতসকলৰ মূৰ টপা হৈছে, কিন্তু কলিকতাৰ দুইপয়চীয়া বঙলা কাকতবিলাকে ইয়াৰ উত্তৰ, কুন্তলীন তেল ঘঁহি, এলবাৰ্ট ফেছনত সেওঁতা ফালি, নিতৌ পুৱা-গধূলি দিব লাগিছে। আহোম আৰু খামৃতি ভাষা Isolating নে, Agglutinative নে Inflectional নে Polysynthetic শ্ৰেণীৰ এই কথাটো থিৰ কৰোঁতে মেক্সমুলাৰ, ছেইছ, লেঠাম, পট্ ছুইট্নিৰ মূৰৰ

ঘাম গোৰোৱাইদি বৈ যাব ; কিন্তু শ্বিলঙৰ পোল্কাৰ টকীয়া কেৰাণী বাবু লেখকৰ কাপৰ মুখেদি তাৰ সুলভ মীমাংসা, পৰ্ব্বতৰ পৰা জুৰি বৈ অহাদি হুৰ্ হুৰ্ কৰে বৈ আহি, ওপৰত কোৱা তুইপযচীয়া কলিকতীয়া কাকত বুৰাই দিব। ব্ৰন্সনে, আনন্দৰাম ঢেকিয়ালফুকনে, গুণাভিৰাম-হেমচন্দ্ৰ বৰুৱাই গোটেই জীৱন যাপন কৰি অসমীয়া ভাষা শিকিবুজি পঢ়িশুনি আচল কৰি সেই ভাষাত অভিধান, ব্যাকৰণ সাহিত্য লেখি অসমীয়া ভাষা স্বতন্ত্ৰ ভাষা, এই মত স্থিৰ কৰিলে আৰু বাতৰি-কাকতলৈ চিঠি লেখি হাতৰ খজুৰতি মৰা আবনুৱা এছ্-ই-পি বন্ধুবৰে, প্ৰবাসৰ স্মৃতি আৰু ভ্ৰমণ-বৃত্তান্ত লেখি আলুৰ দম্ আৰু নাস্তা-কচুৰিৰ পয়চা উলিৱা পোল্কাৰটকীয়া কেৰাণী বাবুৰ 'দল-বল' লৈ মাজতে কৰবাৰ পৰা ঘপহ কৰে ওলাই কলেহি বোলে অসমীয়া ভাষাটো বঙলা ভাষাৰ অপভ্ৰংশ !! "চাবাছ ! চাবাছ !" ওপৰত কোৱা মেৰু মেৰু পণ্ডিতসকলে গৱেষণা কৰি নিজ নিজ মত ব্যক্ত কৰি সিদ্ধান্ত কৰিলে আৰু আমাৰ কেচাসোণ 'বন্ধুবৰে' লোকৰ মত তুলি দি সেই সিদ্ধান্তৰ প্ৰকাণ্ড এটাহ এটা মাৰি টুকপ্ কৰি দিলে ! "কেইচা খেলোৱাৰ হৈঁয় !"

অসমবাসী বঙালীসকলৰ অসমীয়া মানুহ আৰু অসমীয়া ভাষাৰে সৈতে কিমান সদ্ভাৱ তাক আপোনাসকলে জানে আৰু সেই বিষয়ে মোৰ প্ৰথম বক্তৃতাত উন্মুকিয়াইছোঁ। অসমীয়া ভাষাৰ শৰীৰৰ দুৰ্ব্বল অংশত চেলু চাই কোব মাৰিবলৈ তেওঁবিলাক সদায় সাজু। শৰীৰৰ ওপৰ ডোখৰত একো কৰিব নোৱাৰিলেও এই বঙ্গবীৰসকলে গদাৰে কোব মাৰি অসমীয়া ভাষাৰ উৰু ভাঙিবলৈ পালে তাক কৰিবলৈ সঙ্কোচ নকৰে। টাইমছ-অব্-আসাম-মেঘৰ আঁৰ লৈ বঙ্গ-মেঘনাদসকলে এই বাৰো সুবিধা বুজি অসমীয়া ভাষাৰ ওপৰত দুপাত, এপাত শৰ বৰষিলে। কিন্তু মেঘনাদ যিমানেই বাহুবলী বীৰ নহওক, শেহত লক্ষ্মণৰ হাতত তেওঁৰ বধ আছেই আছে। এই কথা যেন তেওঁলোকে নেপাহৰে। সত্যৰ শেহত জয়।

এম্-এন্-এম্। এওঁ অসমীয়া নে বঙালী কব নোৱাৰোঁ। যিয়েই নহওক, এওঁকো আমি কিন্তু মেঘনাদ বুলিছোঁ। এওঁ কিছু চালাক দেই। এওঁৰ শৰপাত অসমীয়া ভাষাৰ ওপৰত দকৈ বহুৰাবৰ মনেৰে প্ৰথমতে 'বন্ধুবৰ এছ্-ই-পি'ক্ এজন ইংৰাজ-সিংহ বুলি চিনাকি দি তেওঁ নিজক সিংহৰ মাহীয়েক খুৰী-ছাগলী বুলি চিনাকি দিব খুজিছে। এওঁৰ এই বঙালী বুদ্ধি দেখিয়েই কিন্তু আমি এওঁক চিনি পেলাইছোঁ। এওঁৰ আৰু এটা বুদ্ধিৰ কথা আমি মন নকৰি থকা নাই। এওঁৰ লেখা সাকুৰা কৰিবৰ মনেৰে আৰু অসমৰ বিষয়ে অভিজ্ঞতা দেখুৱবৰ বুদ্ধিৰে পাতনিৰে পৰা টাইমছত অসমৰ বুৰঞ্জীটো তুলি বা নকল কৰি দিছে। 'বন্ধুবৰৰ' আৰু এওঁৰ নকলনবিছী কাণ্ড দেখি, এওঁলোকৰ পাছত আৰু এজন ইন্দ্ৰজিতৰ পৰা টাইমছৰ পিঠিত ৰবিন্সন চাহাবৰ ইংৰাজী অসম-বুৰঞ্জী গোটেইখন দেখিবলৈ আশা কৰিছিলোঁ। অদৃষ্টৰ ফলত আমাৰ আশা পৰিপূৰ্ণ নহল। নহল, নহল, কি কৰা যায়? যিফেৰা পাইছোঁ তাতে সন্তুষ্ট থকা ভালি। অসম দেশৰ পুৰণি ইতিহাস আৰু সীমা নিৰ্দ্ধাৰিত কৰিবলৈ যতন কৰাত, এম্-এন্-এন্ মহাশয়ৰ অৱশ্যে বোধ কৰোঁ অলপ অভিপ্ৰায় আছে। তেওঁ বোধকৰোঁ অসমৰ প্ৰাচীন 'কেডেষ্ট্ৰেল ছাৰ্ভে' কৰি প্ৰমাণ কৰিব খুজিছে যে বঙ্গ আৰু অসম দেশ একেই আছিল। আৰু অসমীয়া ভাষাৰ গুৰিয়াল শ্ৰীশঙ্কৰদেৱ বঙালী আছিল। এইখিনিতে আমাৰ অলপ মিনতি আছে। এম্-এন্-এম্-তিমিঙ্গিলক গিলোঁতা কোনোবা এজন ৰাঘৱ ওলাই যেন বাতৰি-কাকতৰ পিঠিত ভাৰতবৰ্ষৰ পুৰণি ইতিহাস গোটেইটো উদ্ধৃত কৰি উজ্জয়িনী, কনৌজ প্ৰভৃতি সোপাকে বঙ্গদেশৰ সীমা ঠেলি নি তাৰ ভিতৰত পেলাই দি কালিদাস, ভৱভূতি প্ৰভৃতিক বঙ্গজ কাৰ দিয়ে। এয়ে আমাৰ সেই ভৱিষ্য-ৰাঘৱৰ ওচৰত সবিনয় প্ৰাৰ্থনা। বাৰু নহয়হে জানিবা শঙ্কৰদেৱ বঙালীয়েই হল, তাৰ দ্বাৰাই অসমীয়া ভাষাৰ বিপক্ষে বা সপক্ষে কি প্ৰমাণ হল? অসমীয়া ভাষাটো

শঙ্কৰদেৱৰ কিবা অকলশৰীয়া নিজা সম্পত্তি নে? শঙ্কৰদেৱেই অসমীয়া ভাষাটো 'ক'ৰ পৰা 'ক্ষ'লৈকে সৃষ্টি কৰিলে নেকি? কোৱা-ভাষাটো লেখা-ভাষালৈ আনি তাৰ উন্নতি সাধন কৰা জনেই সেই ভাষাৰ স্ৰষ্টা হয় নেকি? বঙালী মানুহে অসমীয়া ভাষাৰ, ইংৰাজে বঙলা ভাষাৰ, জাৰ্মাণে ইংৰাজী ভাষাৰ কিতাপ লেখি সেই সেই ভাষাৰ উন্নতি কৰিবলৈ গলে উন্নতিয়ে "নহওঁ" বুলি পাছ হুহকি আহিব নেকি? শ্ৰীৰামপুৰৰ পাদ্ৰুৰী কেৰি মাৰ্চ্ছমেনে বঙ্গভাষাত পুথি লেখি প্ৰথমতে সেই ভাষাৰ উন্নতি কৰিছিল বুলি ইংৰাজীৰে একে হল নেকি? জাৰ্মাণ মেক্সমুলাৰে ইংৰাজী ভাষাত কিতাপ লেখি সেই ভাষাৰ শ্ৰীবৃদ্ধি কৰিছে বাবে ইংৰাজী ভাষা জাৰ্মাণ হল নেকি? ইংৰাজ মিছনেৰীয়ে খাছি ভাষাত কিতাপ লেখি সেই ভাষা কোৱা ভাষাৰ পৰা লেখা-ভাষালৈ অনা বাবে খাছি ভাষাটো ইংৰাজী হল নেকি? ৰামমোহন ৰায়ৰ, ঈশ্বৰচন্দ্ৰৰ আৰু বঙ্কিমচন্দ্ৰৰ পূৰ্ব্বপুৰুষ কান্যকুব্জৰ পৰা অহা বাবে বঙলা ভাষাটো কনৌজীয়া ভাষাৰে একে নে? এনেবিলাক লৰালি কথাৰে যি প্ৰবন্ধ লেখে তাৰ প্ৰবন্ধ ফটা কাকতৰ পাচিত নথৈ টাইমছে নিজৰ কোলাত থৈ কোলাখন লেতেৰা কৰিছে মাথোন। এছ-ই-পিয়ে এম্-এন্-এমৰ প্ৰবন্ধ ভাল হৈছে বুলি চাৰ্টফিকেট দিয়ে। আকৌ এম্-এন্-এমে এছ্-ই-পিৰ প্ৰবন্ধ বঢ়িয়া হৈছে বুলি চাৰ্টফিকেট দিয়ে। বন্ধবস্তটো বেয়া নহয়। আৰু এটা কথা লাহেকৈ উমুকিয়াই থওঁ। এম্-এন্-এম্ মহাশয়ে আকৌ মাজে অসমীয়া ভাষাৰ ওপৰত লেখা প্ৰবন্ধৰ শুধৰণী (Errata) উলিয়ায়। তেওঁক আমি পৰামৰ্শ দিবলৈ পোৱাহেঁতেন তেওঁৰ উপকাৰ হলহেঁতেন। আমি কলোঁহেতেন, "তুমি লেখা প্ৰবন্ধ আটাইকেইটা আগৰ পৰা গুৰিলৈকে একেবাৰেই শুধৰণীৰ (Errata) ভিতৰত পেলাই নিদিয়া কেলৈ? তেনেহলে দেখোন তোমাৰ পৰিশ্ৰম আৰু টাইমছৰ পিঠিৰ বোজা দুইটা লঘু হয়।"

শেহত কওঁ, অসমীয়া ভাষাৰ বিৰুদ্ধ পক্ষীয়সকলে এই বিষয়ে

আমাৰে সৈতে বাদানুবাদ কৰিব খুজিলে আমি কৰিবলৈ প্ৰস্তুত আছোঁ। কিন্তু অসমীয়া মানুহে বুজিব পৰা শুদ্ধ অসমীয়া ভাষাত, বিদেশী ভাষাত নহয়। কোনো এটা বিষয়ৰ ওপৰত মতামত প্ৰকাশ কৰিবলৈ গলে, সকলোৱে ধৰি লয় যে মতামত প্ৰকাশ কৰোঁতাজনে সেই বিষয়টো ভালকৈ জানে নতুবা তেওঁৰ মতামত অকামিলা। মই ডাক্তৰ নহওঁ, কিন্তু 'বৃটিছ মেডিকেল জার্নেলত' বা 'লেনচেট'ত ৰোগৰ সম্বন্ধে প্ৰবন্ধ লেখিবলৈ গলে তাৰ মূল্য কি? অসমীয়া ভাষাৰ ওপৰত মতামত প্ৰকাশ কৰিবলৈ যোৱাসকলে যদি অসমীয়া ভাষাত তেওঁবিলাকৰ কি বক্তব্য আছে প্ৰকাশ কৰিব নোৱাৰে, তেন্তে অসমীয়া সর্ব্বসাধাৰণৰ আদালতত তেওঁবিলাকৰ নামে আমি অনধিকাৰ প্ৰবেশৰ নালিচ ৰুজু কৰিম আৰু তাৰ পিছত তেওঁলোকক হংকং বা ফিলিপাইন দ্বীপলৈ উঠি যাবলৈ পৰামর্শ দিম।*

## চতুর্থ বক্তৃতা

তিনিবাৰে নিবাৰ বুলি কয়। কিন্তু কঁকালত কাপোৰ বান্ধি লৈ আকৌ আমি চতুর্থ বাৰ অসমীয়া ভাষাৰ বিষয়ে বক্তৃতা কৰিবলৈ উঠিলোঁ। আপোনাসকলে ভাবিছে, হয়তো অসমৰ ৰিপ্-ভান্-উইঙ্কোলসকলৰ আকৌ অলপ কাৰাংকুৰুণ্ডত আমাৰ গা লৰিল। সি নহয়। সেই দিক্‌গজসকলৰ কাৰাংকুৰুণ্ডত আমাৰ এই ওষ্ঠকম্পন হোৱা নাই। আমাৰ কর্ত্তব্য বা বক্তব্যৰ অন্ত পৰা নাই দেখিহে আমি লাহেকৈ উঠিছোঁ। যি মহাপুৰুষ শঙ্কৰদেৱৰ নাম উল্লেখ কৰোঁতে অৱজ্ঞাসূচক ভাষা ব্যৱহাৰ কৰিব পাৰে, যি দেশীয় বা বিদেশীয় মহাত্মাসকলক সন্মান কৰিবলৈ শিকা নাই, যি শঙ্কৰদেৱৰ লিখিত দশম কীৰ্ত্তনৰ ভাষা বঙলা নে অসমীয়া ভাষা আজিলৈকে স্থিৰ কৰিব পৰা নাই, যি অসমত থাকি অসমীয়াৰ লোণ খাই দাড়ি-চুলি পকাই বন্ধুত্বৰ মুখা পিন্ধি, শক্ৰৰ দৰে অসমীয়াৰ বদনাম

* জোনাকী—৫ম ভাগ, ১১শ –১২শ সংখ্যা ( শাওণ-ভাদ, ১৮১৭ শক )

ৰটিব পাৰে, তেনেলোকৰ কথাৰ প্ৰতিবাদ কৰিবলৈ আমি নেযাওঁ। দুখৰ কথা কি কম আপোনাসকলে দেখিছেই, টাইমছ্-অব্-আসাম নামে ইংৰাজী বাতৰি-কাকতত বঙালী চিঠিলেখক এজনে (যি চিঠিৰ শাৰীয়ে পতি অসমীয়া আৰু বঙালীৰ ভিতৰত কোনে বিচ্ছেদ ঘটালে বুলি শোক কৰি বিনাই বিনাই কান্দে) অৱজ্ঞাভাৱেৰে সিদিনা শঙ্কৰদেৱৰ নাম উল্লেখ কৰিছিল। এই শ্ৰেণীৰ আৰু এজন সভ্য বঙালী লেখকে আসাম-ভ্ৰমণ কৰিবলৈ গৈ শঙ্কৰদেৱৰ নাম উল্লেখ কৰোঁতে সম্মানসূচক কোনো শব্দ তেওঁৰ 'উন্নত' ভাষাত বিচাৰি নেপাই "শঙ্কৰদেব নামক এক ব্যক্তি" বুলি লেখিছিল। যি আপোন দেশৰ বা পৰ দেশৰ মহাত্মা ডাঙৰ লোকসকলক সম্ভ্ৰম কৰিবলৈ শিকা নাই, সি আকৌ নিজক শিক্ষিত, উন্নত আৰু পৰৰ উপদেষ্টা বুলি গওপ মাৰি কোন মুখেৰে ফুৰে কব নোৱাৰোঁ। এই সভ্য বঙালী লেখক কেইজনে বোধকৰোঁ শঙ্কৰদেৱতকৈ নিজক বেছি উন্নত, জ্ঞানী আৰু ডাঙৰ বুলি বিবেচনা কৰে নতুবা ডাঙৰ মানুহক কেনেকৈ সম্বন্ধ ধৰিব লাগে, তেওঁলোকৰ দেশৰ সৰু লোকেও জনা কথাটো যে তেওঁলোকে নাজানে এনে কেনেকৈ হব পাৰে?

আৰু এটা কথা ভাবি নেপাওঁ। বঙলা সাহিত্য কি ইমান উন্নত হৈ উঠিছে, বঙলা ভাষা কি ইমান পৈণত হৈ পৰিছে যে কাকতত প্ৰবন্ধ লেখি হাতৰ খজুৰতি মৰা বঙালী বাবুসকলে জঁপিয়াই তৰণি পোৱা নাই? আমাৰ এটা কথা আছে,-"নিধনীৰ ধন হলে পাটীত পেলাই লেখে।" খনচেৰেক পচা বাতৰি—কাকত আৰু ইংৰাজী নভেলৰ পৰা চুৰ কৰি এসোপা বটতলীয়া উপন্যাস উলিয়ায়েই বাবুহঁতৰ মূৰ ঘূৰি গৈছে, ৰক্ষাই নাই। গোটেই বঙলা ন পুথিৰ টিলাটো খানি চহাই মাটিৰে সৈতে সমান কৰি বিচাৰিলেও দুখন 'অৰিজিনেল' পুথিৰ লগৰ পুথি ওলায় নে নোলায় সন্দেহ। আজিলৈকে বঙলা ভাষাৰ এখন অভিধান, এখন ব্যাকৰণ নোলাল। বানানৰ ফালেও সি ঢোঁৰাকোৱা হৈয়েই আছে, তথাপি বাবুসকলে দুখীয়া অসমীয়া ভাষাটো গিলি থবলৈ আঁ কৰি মুখ মেলিবলৈ

নেৰে। বঙলা ভাষা আৰু বঙলা সাহিত্য সম্বন্ধে এজন প্ৰতিভাশালী বিখ্যাত বঙালী লেখকে কি কৈছে, ১৮৯৫ চনৰ ১৬ নৱেম্বৰৰ 'বঙ্গবাসী' কাকতৰ পৰা তুলি দিলোঁ।

"অনেকে বলেন, বাঙ্গালা ভাষার খুব উন্নতি হইয়াছে। পক্ষান্তরে সাহিত্য সংসারে সুপ্রতিষ্ঠিত শ্রীযুক্ত কালীপ্রসন্ন ঘোষ তথা শ্রীযুক্ত মহেন্দ্র-নাথ বিদ্যানিধি প্রভৃতি মহাশয়েরা বলেন যে. আধুনিক বাঙ্গালা লেখকেরা বড়ই ভুল বাঙ্গালা লেখেন।

"উভয় পক্ষের কথাই আমি বুঝিতে পারি না। সেই জন্যই এ পত্র লিখিতে বসিয়াছি।

"এখনকার বাঙ্গালা লেখকদের সংখ্যা করা দুষ্কর বলিলে অত্যুক্তি হয় না। পুস্তক, পুস্তিকা রাশি রাশি বাহির হইতেছে, ছোট খাটো প্রবন্ধের ত কথাই নাই। ওদিকে সাহিত্যপরিষদ নামে সাহিত্যের উন্নতি সাধনের উদ্দেশ্যে এক সভাও হইয়াছে।

* * * *

তবু বাঙ্গালা সাহিত্যের এমন কি উন্নতি হইয়াছে, তাহা ত আমি বুঝিতে পারি না। ঘোষ মহাশয়ের এবং বিদ্যানিধি মহাশয়ের অভিযোগ সমূলক হইলে. লেখকদের অধিকাংশই মোটে বাঙ্গালা ভাষা শুদ্ধ করিয়া লিখিতে পারেন না। আবার সেদিন এই 'বঙ্গবাসী' ই যে ভাবে মড়ার উপর খাড়ার ঘা মারিয়াছেন, বঙ্কিম বাবুর লেখার উপর গলতির চাপ চাপাইয়াছেন. তাহাকে সাহিত্যের উন্নতি ত দূরে থাকুক বাঙ্গালা ভাষা জানা লোক পাওয়াই ভার বলিয়া মনে হয়।

"তবু কি মানিতে হইবে যে, বাঙ্গলা সাহিত্যের কিম্বা বাঙ্গালা ভাষার উন্নতি হইয়াছে!

"বস্তুতঃ ভাষার উন্নতি বলিলে বা সাহিত্যের উন্নতি বলিলে কি বুঝা যায়? রচনা নানা প্রকারেই হয়। যথা:—ব্যাকরণ, কাব্য, দর্শন প্রভৃতি' কিন্তু তত্তৎনামধেয় কতকগুলো পুস্তক কোন ভাষাতে রচিত হইলেই ভাষার সাহিত্য-সমৃদ্ধি হইয়াছে, বলিতে হইবে কি! বাঙ্গালা

অক্ষরে ছাপান ইতিহাস, গণিতাদিনামে খ্যাত বহুতর পুস্তকই ত হইয়াছে। সেগুলি পাশ্চত্য সাহিত্যের গৌরবের সাক্ষীও বটে ; কিন্তু তাহাতে বাঙ্গলা সাহিত্যের কি ! সকল প্রকার পুস্তক সম্বন্ধে সকল কথা বলিতে পারিব না ; বলাও অনাবশ্যক। যিনি বুদ্ধিমান, তিনি ইঙ্গিতেই আমার মনের ভাব বুঝিতে পারিবেন। অতএব বাঙ্গলা সাহিত্য সম্বন্ধে এই পর্য্যন্ত।

"বাঙ্গলা ভাষা সম্বন্ধেই সবিস্তর কিছু বলিবার ইচ্ছা করি। আমি বলি যে, যখন অদ্যাপি বাঙ্গালা ভাষার ব্যাকরণ হয় নাই ; অভিধান হয় নাই, বানানের বিধি ব্যবস্থা পর্য্যন্ত হয় নাই ; তখন বাঙ্গালা ভাষার উন্নতির কথা উপহাসের বিষয় হইনা কি ? শিশুর আধো আধো ভাষে ভাষার উন্নতি হওয়া কেহ বলে না ; বাঙ্গালা ভাষারও এখন আধো ভাষ মাত্র।

"ভাষার তিনটী অঙ্গ। এক অঙ্গ-শব্দ, আর এক অঙ্গ-বিভক্তি, আর এক অঙ্গ বাক্য। বাঙ্গালী ভাষার তিনেরই ঠিক নাই। বাঙ্গালা ভাষায় সংস্কৃত শব্দের চলন আছে, হিন্দী শব্দের চলন আছে, উর্দ্দু শব্দের চলন আছে ; ফরাসী শব্দের চলন আছে, আরও কত রকম শব্দের চলন আছে, এখন আবার ইংরেজী শব্দত ঘনাইয়া বসিতেছে। এক হিসাবে বলিতে পারো যে, ইহাতে ভাষার শব্দ সম্পদ বাড়িতেছে ; ইংরেজী ভাষার গৌরব এইরূপেই সিদ্ধ হইয়াছে। কথা মন্দ নহে। কিন্তু দুঃখের বিষয় এই যে অভিধান না থাকাতে সময় সময় বড়ই গোলে পড়িতে হয়। বাঙ্গালা ভাষায় এই প্রকার সম্পদই বিপদ হইয়া দাঁড়ায়। শ্রীহট্ট, ফরিদপুরের লেখক মহাশয়েরাও বাঙ্গালা লেখেন ; বীরভূম, মানভূমের মহাশয়েরাও বাঙ্গালা লেখেন ; কলিকাতার ত কথাই নাই। কিন্তু ইহার লেখা পড়িবার সময় উহাঁর ঠেকে ; আর উহাঁর লেখা পড়িবার সময় তাঁহার ঠেকে। শুধু অভিধান নাই---বলিয়াই ত ? কোন্ শব্দ গ্রাহ্য, কোন্ শব্দ ত্যজ্য, তাহা এখনও নিশ্চিত হয় নাই বলিয়াই ত ?

"আরও উপদ্রব হয়, ভাষান্তরের শব্দ লইয়া। বাঙ্গালা লেখকেরা ফরাসী কি উর্দ্দু শব্দ ব্যবহার করেন, কিন্তু যাহার যেমন ইচ্ছা বা আক্কেল িতনি তেমনই উৎকট বিকটভাবে সেটাকে বিবৃত করিয়া লয়েন। আসল শব্দ জানা নাই; বাঙ্গালা ভাষার অভিধানও নাই, কাজেই গণ্ডগোল উপস্থিত হয়। আবার সংস্কৃত শব্দ লইয়া সর্ব্বাপেক্ষা অধিক উৎপাত হইয়া থাকে। যে সকল শব্দের ব্যুৎপত্তি জানা নাই, ব্যাপ্তি জানা নাই, বহু লেখকেই এমন অনেক শব্দকে স্থানে অস্থানে আপন লেখার মধ্যে গুঁজিয়া দেন। যাহাকে সে লেখা পড়িতে হয়, সে ব্যক্তি বুঝিবার চেষ্টা করিলে, গোলকধাধায় ঘুরিয়া মরে। সৌভাগ্যের বিষয় এই যে বাঙ্গালা যঁাহারা পড়েন, তঁাহারা প্রায়ই কোন কিছু বুঝিয়া পড়িবার চেষ্টা করেন না। পড়া ভাল, তাই পড়েন। পড়িতে হইলে যে বুঝিতে হয়, এ ধারণাই অনেকের নাই।

"এই ত গেল সামান্য গোল। সংস্কৃত শব্দ লইয়া, অথবা সংস্কৃত মূর্ত্তিযুক্ত শব্দ লইয়া বিশেষ গোলই বাধিয়া থাকে। এখনকার মূল লেখাপড়া নাকি ইংরেজীতে, তাই আধুনিক লেখকেরা ইংরেজী অঙ্গ প্রত্যঙ্গের বাঙ্গালা করিয়া নূতন শব্দের সৃষ্টি করিতে বড়ই ভালবাসেন। মনে কর, ইংরেজীতে, তাই আধুনিক লেখকেরা ইংরেজী শব্দের অঙ্গ প্রত্যঙ্গের বাঙ্গালা করিয়া, নূতন শব্দের সৃষ্টি করিতে ভালবাসেন। মনে কর, ইংরেজীতে আছে, Sympathy; ইহার এক অঙ্গের অর্থ হইল, সহিত বা সহ; অপর অঙ্গের অর্থ, বেদনা বা অনুভূতি। শব্দটা বাঙ্গালা করিতে হইবে; এতএব সৃষ্ট হইল সহানুভূতি। দেখিতে ঠিক যেন সংস্কৃত অথচ বেদে পুরাণে কোথাও খুঁজিয়া পাইবে না—সহানুভূতি। একবার একজন মহারথী লেখকের লেখা পড়িতে গিয়া আমি বিপদে পড়িয়াছিলাম। লেখার ভিতরে একটা শব্দ ছিল, "অনুপ্রাণিত।" আমি আর আকাশ-পাতাল খুঁজিয়া মানে পাই না। ভাগ্যে লেখক সেইখানেই বসিয়াছিলেন। আমাকে বিপদ হইতে উদ্ধার করিবার জন্য বলিলেন.—কেন, অনুপ্রাণিত বুঝিতে পারিলে না?

অনুপ্রাণিত– Inspired। আমার ঘটে আক্কেল আসিয়া পৌঁছিল; In হইলেন অনু; Spir হইলেন শ্বাস তবেই প্রাণবায়ু—তবেই প্রাণ আর ed হইলেন ইত। এই সব সৃষ্টি ছাড়া সৃষ্টি বুঝি কেমন করিয়া বল, দেখি! অথচ অভিধান নাই।"

শ্রীইন্দ্রনাথ দেব শর্ম্মণ।

বঙ্গলা ভাষাৰ প্রাচীনত্ব লৈ বৰ আস্ফালন কৰা বাবুসকলে পাহৰে বা নেজানে যে সিদিনা ৰামমোহন ৰায়ে বঙলা ভাষাৰ গদ্য পঢ়িবলৈ লৰাক ক খ শিকোৱাদি ফলিগুটি লৈ হাতত ধৰি ধৰি বঙালী পাঠকক শিকাইছিল। ৮৯৫ চনৰ ৭ ডিচেম্বৰ তাৰিখে ছপা হোৱা 'বঙ্গবাসী' কাকতত ওলোৱা বাবু ইন্দ্রনাথ বানুর্জীৰ 'বাঙ্গলা ভাষা' নামে এটা প্রবন্ধৰ পৰা আকৌ এইখিনিতে ফাকিচেৰেক তুলি দিলোঁ।

"বাঙ্গলা ভাষার এখনও নিতান্ত শৈশব দশা। বাঙ্গলা ভাষা আকৃতি অবয়বেও যেমন শিশু বয়সেও তেমন শিশু। এই ইংরেজদেরই আমলে পাদরিদের পত্তন করিবার পূর্ব্বে এখনকার বাঙ্গলা ভাষার জন্ম হয় নাই বলিলে দোষ হয় না। পাদরিতে কাহারও আপত্তি থাকিলে না হয়, রামমোহন রায়ের নাম করিতে আমিও রাজি হইতে পারি। ভাষার অবস্থা বিচারে এত সেদিনকার কথা। এই সময়ের মধ্যে পরিবর্ত্তন, সংশোধন, উৎকর্ষ বা উন্নতি এইমাত্র হইয়াছে যে বাঙ্গলা ভাষা বাক্য রচনা বিষয়ে দিন দিনই বেগে বিলাত পানে ঠেলিয়া যাইতেছে। দৈব দুর্য্যোগে যদি আমাদের বিলাতী বাঁধন ছিঁড়িয়া যায়, আর ধরো যে চীনের সঙ্গে সেই সম্পর্ক পাতানো যায়, তাহা হইলে তদবধি পঞ্চাশ বৎসর পরেই তোমার আমার এই বাঙ্গালা ভাষাতে বাহুল্য রূপেই 'ফুচুঙ্গ চুঙ্গ' দেখিতে পাইবে।"

সেই প্রবন্ধৰে আন এঠাইৰ পৰা আৰু শাৰীচেৰেক তুলি দিওঁ।

"বাঙ্গালা মিত্র ভাষা। আটপহুরে বাঙ্গালা ভাষায় সংস্কৃত তত বাড়াবাড়ি নাই; সংস্কৃতেৰ বাড়াবাড়ি আজিকালিকাৰ পোষাকী বাঙ্গালা ভাষাতেই হইতেছে। আটপহুরে বাঙ্গালা ভাষাৰ উপৰ অনেক

তা যারই দাবি দাওয়া আছে ; অনেকের দাবির পরিমাণে তারতম্যও তত বেশী নয়। এমন অবস্থায় কাহার ব্যাকরণ মানি, বলুন দেখি ?"

ইন্দ্রনাথ বাবুৱে বঙলা ভাষাৰ ওপৰত দহবাৰটা অতি সাকৰা প্ৰবন্ধ 'বঙ্গবাসী' কাকতত লেখিছে। অসমীয়া ভাষা বিদ্বেষী বাবু কেজনে সেই প্ৰবন্ধবিলাক পঢ়িলে তেওঁলোকৰ মূৰৰ ঘিউৰ উতলনি কমিবৰ সম্ভৱ। ইন্দ্ৰবাবুৰ আৰু এটা প্ৰবন্ধৰ পৰা আৰু শাৰীচেৰেক তুলিবৰ মন গল ঃ—"আট-পহুরে বাঙ্গলা, নবাবী আমলের বাঙ্গলা, খাঁটী মুসলমানী বাঙ্গলা, বৈষ্ণবী বাঙ্গলা, খাঁটী সংস্কৃত বাঙ্গলা আর ইদানীন্তন খিচুড়ী বাঙ্গলা, এতগুলি রকম রকম বাঙ্গালাকে বাঙ্গলা ভাষা বলিয়া চালাইবাৰ চেষ্টা হইয়াছে রকম রকম এতগুলি ভাষায় পুস্তকাদিও দেখিতে পাওয়া যায়।" আমাক আমাৰ অসমীয়া ভাষা এৰি বঙলা ভাষা গ্ৰহণ কৰিবলৈ পৰামৰ্শ দিয়া বাবুসকলক সবিনয় নমস্কাৰ পূৰ্ব্বক সোধোঁ, ওপৰত শ্ৰেণী বিভাগ কৰা বঙলা ভাষা কেইটাৰ কোনটো তেওঁলোকে আমাক দিব খোজে ? এই খিনিতে ইংৰাজী কথা এফাকি নাহেকৈ মাতি থওঁ— "Physician heal thyself" ইন্দ্ৰবাবুৱে প্ৰমাণ কৰি দেখুৱাইছে বৰ্ত্তমান কিতাপ-কাকতত প্ৰচলিত এই 'খিচুড়ী বাঙ্গলা' টোৰ সংস্কৃতেৰে সৈতে একো সম্পৰ্ক নাই ! সংস্কৃত ধাতু, কৃৎ প্ৰত্যয়, তদ্ধিৎ প্ৰত্যয়, বৰ্ণবিন্যাস, সমাস, কাৰক প্ৰভৃতি একোৰেই ধাৰ নেধাৰে। ইয়াৰ ভিতৰত যি এক অংশ সংস্কৃতৰ আকাৰ আৰু নামধাৰী শব্দ আছে, সিও ঠিক সংস্কৃত নহয়, ইংৰাজী শিক্ষিত বঙালী লেখকৰ সংস্কৃতৰ আহিঁৰে সজা শব্দ মাথোন। এইবিলাক দেখিশুনি, আশাকৰোঁ, অসমীয়া ভাষাবিদ্বেষী সফৰী বাবুসকলে ইংৰাজী সাহিত্যৰ চৰ্ব্বিতচৰ্ব্বণ সোপা লৈ বেঁছি ফৰ্ফৰণি নকৰি অলপ শাঁতিৰে থাকিব। এই গণ্ডপীয়া বঙালী বাবুসকলেই বেঢ়ি ধৰি এসময়ত উড়িয়া ভাষাটোও জাকি দি পুৰি মাৰিবৰ চেষ্টা কৰিছিল। ইংৰাজ সিংহৰ সাহায্যত সুকপালৰ গুণে সি জানিবা কানে কান মাৰিয়ে সাৰি গল। আজিকালি আৰু উড়িয়া ভাষাৰ বিষয়ে তেওঁলোকে নবলকে। এজন উড়িয়া

ভদ্ৰলোকে সিদিনা 'ষ্টেটছমেন' কাকতত লেখা এখন চিঠিৰ পৰা এই কেইশাৰী তুলি দিলোঁ ঃ "During Orissa famine in 1866 Sir Alexender Mackinzie in Bengal Secretariet—it was about this time Oriyas were saved from the worst type of gagging which selfish humanity ever devised. I mean strenuous and combined attempt made by interested Bengalees to ostracize the Oriya language from sehools and courts and introduee Bengali in its stead" অসমত লগোৰাৰ নিচিনাকৈ উড়িষ্যাতো এই 'বন্ধুসকলে' জুই লগাবলৈ কাচিপাৰি লাগিছিল। ভাত হাৰি কঁকাল ভাগি পৰিল। অসমতো হাৰিল, কঁকাল ভাগি পৰা নাই। সেই বাবেহে মাজে মাজে থাকি থাকি অলপ গুজৰিগুমৰি থাকে।*

## পঞ্চম বক্তৃতা

'জোনাকী'য়ে আঙুলিয়াই দিয়াত যোৱা জুলাই মাহৰ 'কলিকতা ৰিভিউ' কাকতত ওলোৱা শ্ৰীযুক্ত এগেৰ্ছন চাহাবৰ 'অসমীয়া ভাষা' নামৰ প্ৰবন্ধ পঢ়িলোঁ। পঢ়ি বৰ সুখ পালোঁ আৰু 'জোনাকী'য়ে লোৱা এগেৰ্ছন চাহাবৰ শলাগত "হয়" দিলোঁ। এগেৰ্ছন চাহাব যে অসমত থাকি যতনকৈ অসমীয়া ভাবা আৰু অসমীয়া মানুহেৰে চিনাকি হৈছিল, তাৰ সাক্ষী তেওঁৰ কাপৰ আগৰ পৰা ওলোৱা এই প্ৰবন্ধটিয়েই। এগেৰ্ছন চাহাব পণ্ডিত লোক। বঙলা অসমীয়া দুই কলমত তেওঁৰ ব্যুৎপত্তি আছে। সেই দেখি এই দুই ভাষা সম্বন্ধে তেওঁ কোৱা কথা গধুৰ। তেওঁ তেওঁৰ প্ৰবন্ধৰ দুই এক ঠাইত অসমীয়া ভাষাৰ ব্যাকৰণ আৰু শব্দৰ যোটনি ডোখৰ ডোখৰকৈ বঙলা ভাষাৰ ব্যাকৰণ আৰু শব্দ যোটনিৰে সৈতে ৰিজাই আৰু ঐতিহাসিক সাক্ষী দি প্ৰমাণ কৰি অসমীয়া ভাষাৰ শত্ৰু-মিত্ৰ সকলোকে খুকুৰি মাৰি বুজাই দিছে যে

* জোনাকী—ষষ্ঠ ভাগ, ৩য় সংখ্যা

অসমীয়া মাত লৰচৰ হোৱা বঙলা মাত নহয়। এই দেখি এতিয়া আমি আশা কৰিব পৰা হৈছোঁ যে অসমীয়া ভাষা-সমুদ্ৰৰ ওপৰে উবি ফুৰি, সমুদ্ৰৰ তলত থকা মুকুতা-পোৱালৰ বিষয়ে বইচ্‌বাইচ কৰা বিদেশী গঙাচিলনীসকলে পানীত জোবোৰা নমৰাকৈয়ে এই বাৰ সেই সেই বস্তুৰ ধুৰুপ বাতৰি পাইছে। তেওঁলোকক গঙাচিলনী বুলিলোঁ এটা এবেগতীয়া সাধুলৈ মনত পৰি। সেই বাবে তেওঁলোকে যেন আমাৰ অপৰাধ নধৰে ঃ—এটা গঙাচিলনীয়ে বঙ্গোপসাগৰৰ ওপৰে উবি উবি ফুৰোঁতে এদিন এটা ৰাঘবৰালীৰে সৈতে তাৰ দেখাসাক্ষাৎ হ'ল। কথাচহকী বৰালীয়ে আলাপ কৰিবৰ মনেৰে মিচিকীয়া হাঁহি মাৰি মাত লগালে। "গঙা কাই! নমস্কাৰ। গা ভাল?"

বৰালী। "নমস্কাৰ, ভাল।"

বৰালী। 'ককাই! আপুনি পানীৰ ওপৰে ওপৰে উবি কি জুমি ফুৰিছে?"

চিলনী। "এই একো নহয়! ইয়াকে চাইছোঁ। বোলোঁ ইমান ডাঙৰ সাগৰখন বিধতাই কি বস্তু থবলৈনো কৰিলে, তাৰে ভু লওঁ।"

বৰালী। "কি আছে? কি ভু পালে? কি দেখিলে?"

চিলনী। "দেখিম কি? আছেই বা ইয়াত কি সোপা?"

বৰালী। "তেও?"

চিলনী। "গোটাচেৰেক ঢৌ, সোপাচেৰেক ফেন, গোটাচেৰেক ডৰিকণা মাছ আৰু তোমাৰে নিচিনা গোটাদিয়েক বুজন বুজন কাৰৈ— অ শ্ৰীবিষ্ণু! বৰালী!"

বৰালী। ''আৰু একো নাই?"

চিলনী। "থাকিল কি, আছে যদি চূণৰ চোকোৰা, পাণৰ মকৰা।"

গঙাচিলনীৰ কথা শুনি বৰালীৰ ইমানকৈ হাঁহি উঠিল আৰু হাঁহোতে হাঁহোতে তাৰ মুখখন বহল হৈ হৈ ইমান ডাঙৰ হল যে সি নিজৰ মুখলৈ চাই অপ্ৰস্তুত হৈ লাজতে টুপুৰ কৰে বুৰ মাৰি এশ হাত পানীৰ তল পালেগৈ।

অৱশ্যে ই সাধু! কিন্তু কঠালৰ বাগুৰ সাধু নহয়। ইয়াত ফুট আছে। ইয়াৰ পিছতো যদি সমালোচকসকলে অসমীয়া ভাষাটো লৰচৰ-হোৱা বঙলা ভাষা নহয় বুলি বিশ্বাস নকৰে, তেন্তে আমি ইংৰাজী মাতেৰে ( কাৰণ তেতিয়া বঙলা আৰু অসমীয়া ভাষাত কোৱা কথা যে তেওঁলোকে বুজে, এই বিশ্বাস যাব ) তেওঁলোকেৰে এই কেষাৰ কথা কোৱাকুই কৰিম ঃ

আমি। "Then you believe in nothing ?"

সমালোচক। "We believe everything, we can understand."

আমি। "Well, that amounts to the samething,"

এণ্ডেৰ্ছন চাহাবে প্ৰমাণ কৰিবৰ চেষ্টা কৰিছে যে অসমীয়া যদিও আৰ্য্য ভাষা, তথাপি সি বড়ো বা কছাৰী ভাষাৰ সাঁচত মৰা অৰ্থাৎ অসমীয়া ভাষাটো—বড়ো ভাষাৰ চাকত, সৰহকৈ সংস্কৃত আৰু তাকৰকৈ আন আন ভাষাৰ শব্দ-মধু আনি পূৰাই দি কৰা মৌৰ বিচনীখন অথবা অসমকুঁৱৰীৰ লাহৰী হাতত সংস্কৃত প্ৰভৃতি শব্দ-বাখৰেৰে পতোৱা বড়ো ভাষাৰ সোণৰ খাৰুযোৰ।

এণ্ডেৰ্ছন চাহাবৰ কথা সঁচা হলে যে আমি নিজকে গৌৰৱান্বিত ভাবি জপিয়াই উঠিম এনে নেভাবিবা। আৰ্য্য অসমীয়া ভাষাৰে সৈতে অনাৰ্য্য বড়ো-কছাৰী ভাষাৰ মিত্ৰিৰ-কুটুমৰ সম্বন্ধ লগাটো ওলোৱাতকৈ আৰ্য্য বঙলাৰে ওলোৱাটো ভাল। কিন্তু সঁচাটো সদায় সঁচা। সি আমাৰ ভালপোৱা নোপোৱালৈ অপেক্ষা নেৰাখে। আমাৰ ইচ্ছানুসৰি সঁচাক ঢাকিঢুকি বা জাল-কাৰ্চাঙ্গি কৰি মিছা কৰিব নোৱাৰি। আমাৰ ৰণখনেই হৈছে মিছাৰে সৈতে সঁচাৰ। মিছাৰ স্বৰ্গ হলেও সি ভাগি পৰক তাত আমাৰ গা মুছুখায়, তথাপি সঁচাই চন্দ্ৰদিবাকৰ থাকে মানে ৰাজত্ব কৰক। চাংখন সোণৰ-ৰূপৰ হলেও সি দুৰ্য্যোধনৰ জানি, পাণ্ডৱৰ দূত কৃষ্ণদেৱে ভাগি পৰাৰ ভয়ত তাত মুগুই গুচি আহি, সত্যৱান বিদুৰৰ তিনডাল বাঁহেৰে সজা চাঙত নিৰ্ভয়ে ৰাতি কটালে।

এণ্ডেৰ্চন চাহাবে এটি শঙ্কা কৰিছে যে কালক্ৰমত বঙলা ভাষাই অসমীয়া ভাষাক গিলি পেলাব। তেওঁৰ শঙ্কাটিয়ে কিবা তেওঁৰ মনৰ কুৰ্চ্চুট-কপটৰ পৰা ওলাইছে এনে নহয় বৰং তেওঁৰ প্ৰবন্ধটিৰ ভাবৰ পৰা এনেটোহে সুৰলাকৈ অনুমান হয় যে তেওঁৰ শঙ্কাটো নফলিয়ালে তেওঁ অতি সুখী হব। চাহাব যে অসমীয়া ভাষাৰ ভাল চিন্তোতা তাক আমি বৰ্ঢ়িয়াকৈ বুজিছোঁ। কিন্তু সুখৰ বিষয়, তেওঁৰ শঙ্কাত আমি শঙ্কিত নহওঁ। আমাৰ ডাঠ বিশ্বাস যে অসমীয়া ভাষাক বঙলা ভাষাই কেতিয়াও গিলিব নোৱাৰে। সম্প্ৰতি অসমীয়া ভাষা যদিও মেমেৰা তথাপি পোহপাল পালে অতি অলপ কালৰ ভিতৰতে যে গায়ে-গাৰিয়ে হৈ বঙলা ভাষাৰ সমান হব পাৰিব তাত আমাৰ চুলি এডালৰ সমানো খুকুৰি নাই। ভাষাৰ পৈণত অপইতা অৱস্থা কিতাপৰ দম আৰু কাকতৰ বস্তা লৈ চাই ঠাৱৰালে ঠিক নহয়। এই কথা আমি ভাষাবিদ্ পণ্ডিতসকলৰ পৰা শিকা, বাটত হেৰাপোৱা নহয়। গঢ়-গতি কঁহিয়াই চাই তুলনা কৰিলেহে কোন ভাষা কিমান পৈণত আৰু কোন ভাষা কিমান অপইতা তাক বুজিব পাৰি। প্ৰকৃত ভাষাবিদসকলে সেইদৰে চাইহে ভাষাৰ উন্নতি-অৱনতি, বৃদ্ধি-ক্ষয় নিৰ্দ্ধাৰণ কৰে। ভাষাক পৰীক্ষা কৰি প্ৰথম, দ্বিতীয়কৈ শ্ৰেণীবদ্ধ কৰোঁতে ভাষাৰ ওজাসকলে ভালেমান অলিখিত আৰু আমাৰ চকুত অনুন্নত ভাষাক তাৰ ভিতৰুৱাল গঢ়গতি চাই-চিন্তি, ভালেমান লিখিত ভাষাৰ আগশাৰীত ঠাই দিয়ে। এনে এটা কল্পনা কৰাচোন, যে এজন ধনী মানুহে লাখে লাখে টকা ভাঙি অলপ দিনৰ ভিতৰতে কোনো এটা ভাষাক তাৰ গোটেইবিলাক থকা পুথি আৰু আৱৰিজাবৰিকৈ লেখাই লাখে লাখে ন পুথি ছপাই উলিয়াই তাৰ দ্বাৰা সেই ভাষাৰ উন্নতি কৰিবলৈ যাব পাৰে। কিন্তু সেই গোবৰৰ পৰ্ব্বতে ভাষাতকৈ শাকনিৰ শাকৰহে বেছিকৈ উন্নতি কৰিব। আমি নিশ্চিত হৈ আছোঁ যে বঙলা ভাষাই অসমীয়া ভাষাক কস্মিন কালেও গিলিব নোৱাৰে। বিলাতৰ জুৱলজিকেল গাৰ্ডেনত দুটা অজগৰ সাপ আছিল। দুইটা ডাঙৰে-দীঘলে প্ৰায় সমান। সকলোৱে

দেখি অবাক, কিছু দিন হল এটা অজগৰে এদিন তাৰ লগৰীয়া সমনীয়া অজগৰটো গিলি থলে। এনে আচৰিত ঘটনাও কেতিয়াবা ঘটে। এতেকে যদি বঙলা ভাষাই কেতিয়াবা অসমীয়া ভাষাক গিলে তেন্তে ইও এক বিলাতী অজগৰী ব্যাপাৰ বুলি ধৰি মনক প্ৰবোধ দি আৰু কপালক চুৰি আঁ৷ কৰি মুখ মেলি থাকিব লাগিব।

এটা বলী ভাষাই এটা নিশকতীয়া ভাযাক পেটৰ ভিতৰত সুমাই থোৱাৰ উদাহৰণ জগতত বৰ মৰগ নহয়। স্কচ ভাষাক ইংৰাজী ভাষাই, নৰ্মান্ ভাষাক এংলোছেক্সন ভাষাই আৰু চুকাফাৰ আহোম ভাষাক শঙ্কৰদেৱৰ অসমীয়া ভাষাই উদৰস্থ কৰা কথা সকলোৱে জানে। কিন্তু এনে ঘটনা অৱস্থাৰ তাৰতম্যানুসাৰেহে হয়। স্কটলণ্ড ইংলণ্ডৰ অধীন হল। ইংলণ্ড ধনী, বলী আৰু সুসভ্য ৰজা। গতিকে স্কটলণ্ডই সকলো প্ৰকাৰে ইংলণ্ডই সৈতে মিলিবলগীয়াত পৰিল। এনে স্থলত স্কটলণ্ডৰ ভাষাক যে ইংলণ্ডই কমণ্ডলুত ভৰাই গণ্ডুষ কৰিব, তাৰ আটক কি? বঙ্গদেশ আৰু অসমৰ সম্বন্ধটো ইংলণ্ড স্কট্‌লণ্ডৰ নিচিনা সম্বন্ধ বুলি কল্পনা কৰিলেহে তেনে কথা সম্ভৱ।

যি কাৰণত নৰ্মাণ ভাষা এংলোছেক্সনেৰ গৰাহত সোমাল, তেনে কাৰণতে আহোম ভাষাও অসমীয়া ভাষাৰ গৰাহত সোমাল। সভ্যতাৰ বল, বিদ্যাৰ বল বৰ বল। এই বলৰ আগত আন সকলো বিধ বলৰে মাথা হেট। কোনো দেশ বিদেশী ৰজাই আহি যদি জয় কৰে আৰু সেই বিজিত দেশৰ সভ্যতা যদি সেই বিজয়ী বিদেশী ৰজাই লগত অনা সভ্যতাতকৈ ওপৰ খাপৰ হয়, তেন্তে সেই বিদেশী ৰজাৰ দুৰ্ব্বলী সভ্যতা সেই দেশী বলী সভ্যতাৰ জঠৰাগ্নিত ক্ৰমশঃ ভষ্ম হৈ যায়। এই বাবেই বিজেতা 'উইলিয়েম দি কঙ্কাৰৰ' ভাষা বিজিত হেৰল্ডৰ ভাষাৰ ওচৰত অৱশেষত হাৰিল। এই বাবেই চুকাফাৰ ধৰ্ম্ম আৰু ভাষাই বশিষ্ঠ গোকৰ্ণৰ সন্তান-সন্ততিসকলৰ ধৰ্ম্ম আৰু ভাষাৰ ওচৰত আঁঠু ললে।

সংখ্যাৰ বল ডাঙৰ বল। পাঁচোটা মানুহৰ ভাষাই পোন্ধৰ লাখৰ ভাষাক খেদাই তাৰ ৰৰঘৰত বৰপীৰা পাৰি বহিব পৰাটো

অসমত্তৰৰ ওচৰাউচৰি। এই দেখি আমাৰ দৃঢ় বিশ্বাস যে অসমবাসী পাঁচোটা বঙালীৰ ৰঘুমলা যেন ভাষাই পোন্ধৰ লাখ অসমীয়াৰ প্ৰকাণ্ড জৰি গছ যেন ভাষাক খেদাই তাৰ ঠাই লব নোৱাৰে। বৰং কালক্ৰমত সেই বিদেশী পাঁচোটাইহে নিজৰ ভাষাৰ 'ঢাকাই ধুতি চাদৰ' চিৰকাললৈ ভাৰত থৈ, অসমীয়া ভাষাৰ বৰকাপোৰ বৰচুৰিয়া পিন্ধিব লাগিব। ঈশ্বৰে নকৰক দুই-তিনি শতিকাৰ পিছত বঙলা ভাষা কাল অজগৰে যদি অসমীয়া ভাষাক তাৰ পেটত সুমাবলৈ টানি লৈ যায়ো, দুই-তিনি শতিকাৰ আগেয়ে আজি আমি নিজক ৰক্ষা কৰিবলৈ কিয় পুৰুষাৰ্থ নকৰিম? আৰু যেতিয়া সেই আসন্ন কাল আহিব (যদিও সি নহাটো নিশ্চয়) কিয় তেতিয়াও আত্মৰক্ষাৰ্থে, "কাল অজগৰে লৈ যায় টানি, ৰাখাঁ ৰাখাঁ প্ৰভু শাৰঙ্গপাণি" বুলি শাৰঙ্গপাণিক নেমাতিম? আমি নমৰোমানে গাম, মুৰুকমানে বাম। কোন বুদ্ধিমান আৰু সাহিয়াল পুৰুষে আমাক, আত্মৰক্ষাৰ যত্ন নকৰি চকু মুদি কাল অজগৰৰ পেটত সোমাবলৈ পৰামৰ্শ দিয়ে জানিব খোজোঁ? জানিব খোজাৰ মানে এই যে তেনেহলে আমি টাঙোন লৈ এই বুলি সেই পুৰুষৰ ওচৰত থিয় হব পাৰোঁ যে "তুমিতো কিছু দিন বা কিছু বছৰৰ পিছত মৰিবাই, আহাঁ আজিয়েই তোমাৰ লাওখোলাটি ভাঙি থবৰ বন্ধবস্ত কৰোঁ। যেতিয়া মৰোঁ মৰিম, কিন্তু জীয়াই থকা কালটো গুৰুলোকৰ বচন শিৰোধাৰ্য্য কৰি নিজক 'অজৰামৰাবৎ' ভাবি উন্নতিৰ অৰ্থে পুৰুষাৰ্থ কৰি, 'প্ৰাজ্ঞঃ' নামটো আৰ্জ্জিবৰ কাৰণ কি আছে? মৰিম, কিন্তু যেন অকাল মৃত্যুত নমৰোঁ, এইটোলৈ চাব লাগে। এই সংসাৰত সকলো বস্তুৰ লগতে ভাষাও বিনশ্বৰ। আজি যি ভাষাই পয়োভৰেৰে মেদিনী কঁপাই আছে, সেই ভাষাও এক কালত জৰ্জ্জৰ হৈ ভৰি কঁপাই মৃত্যুৰ মুখত পৰিব। আজিৰ প্ৰতাপী ইংৰাজী, জাৰ্মাণ, ফ্ৰেন্স সাহিত্য আদি ভাষাকো কালসৰ্পে এদিন নহয় এদিন গ্ৰাসিব। কাঞ্চনজঙ্ঘাৰ সমান ওখ, আৰ্য্য ভাষাৰ বিজয় স্তম্ভ ঋকবেদৰ ভাষা আজি মাটিৰে সৈতে সমান হল। যি

গ্ৰীক, লেটিন ভাষাৰ ধনঞ্জয় ঢোলে একালত পৃথিৱী তোলপাৰ লগাই দিছিল, সেই ঢোল আজি ফুটি নিমাত। বেবিলন, নিনেভ, একেডিয়া আৰু ইজিপ্টৰ একালত প্ৰতাপী, অতি পুৰণি ভাষাবিলাকৰ হাড়ৰ মূৰৰ চিন আজি মাটি খানিলে কৰবাত কৰবাত পোৱা যায়। গ্ৰীক, লেটিন, সংস্কৃত প্ৰভৃতিৰ জনক সেই আদি আৰ্য্য ভাষাই (Parent Aryan language) বা আজি কত? পৃথিৱী হবৰে পৰা এই ভাৰতবৰ্ষতে বা কত ভাষা উঠিল, কত ভাষা পৰিল, তাৰ ভু কোনে পায়? বয়সত বুঢ়া জৰাজীৰ্ণ আজিৰ চীন ভাষাৰ আগেয়ে, সেই চীন দেশত কত বলৱন্ত ভাষাই বিক্ৰমেৰে সৈতে ৰাজত্ব কৰি গল, তাৰ সম্ভেদ কোনে ৰাখিছে? জীৱনৰ যুদ্ধত কোনো হাৰিব, কোনো জিকিব, কোনো উঠিব, কোনো পৰিব, কোনো স্বৰ্গলৈ আৰু কোনো ৰসাতললৈ যাব। কিন্তু সেই বুলি আওমৰণে মৰাটো পুৰুষালি নহয়। মৰিমতো মানুহ মৰাদি মৰিম, ভীৰু মৰাদি নহয়। মৰিমতো সন্মুখ-সংগ্ৰামত পৰি মৰিম, চাংতলত মূৰ সুমাই ঢেকীঠোৰাৰ মাৰ খাই নহয়। জীৱন-যুদ্ধত হাৰি যদি অসমীয়া ভাষা বন্দী হৈ কটা যায় যাওক, তাত আমি দুখ নকৰোঁ। বঙ্গ-ভাষা সন্নিপাত জ্বৰে ধৰি যদি অসমীয়া ভাষাক কাবু কৰে, তেন্তে আমি ডাক্তৰ, কবিৰাজ বেজ-জ্ঞানী লগাই প্ৰাণপণে সেই জ্বৰ একৰাবলৈ চেষ্টা কৰিম। "যত্নে কৃতে যদি ন সিধ্যতে কোত্ৰ দোষঃ।" কিন্তু তেতিয়া এইফেৰা শান্তি তথাপি আমাৰ মনৰ পৰা কোনেও কাঢ়ি নিব নোৱাৰে যে যথাসাধ্য বেজ-জ্ঞানী লগাই চলোঁ।

এইবিলাক কথাৰ দ্বাৰা আমি এনে বুজাব খোজা নাই যে বাস্তৱিতে অসমীয়া ভাষা আৰু বঙলা ভাষাৰ মাজত কুৰুক্ষেত্ৰৰ বা হেষ্টিংছৰ বা পানিপথৰ বা ৱাটাৰলুৰ বা পলাছীৰ ৰণ লাগিছে আৰু হয় যুধিষ্ঠিৰ, নহয় দুৰ্য্যোধন, হয় হেৰল্ড, নহয় উইলিয়েম, হয় আফগান, নহয় মাহাৰাষ্ট্ৰা, হয় ৱেলিংটন, নহয় নেপোলিয়ন, হয় চিৰাজদ্দৌলা, নহয় ক্লাইব থাকিব। ওপৰত কোৱা যুদ্ধৰ বিভীষিকাটো

আমাৰ নহয়, আন কাৰবাৰহে মানসপুত্ৰ'। এতেকে তাৰ বন্ধবস্ত এই দৰে কৰা যাব। তাহানি পাৰ্ব্বতীৰ মানসপুত্ৰ খোবাখুবীয়ে সদাশিৱৰ খেতিৰ ধান পুৰি সাং কৰিলত সদাশিৱই সিহঁতক মাৰিব খুজিও দয়া কৰি নেমাৰি ধেয়াঁধেয়াঁ পৰ্ব্বতলৈ দূৰ কৰি দিলে। এই মানসপুত্ৰকো (যদিও ই ভয়ৰ অগনি জ্বালি কাৰো কাৰো মন সম্যক দহিবলৈ ধৰি অনিষ্ট কৰিব খোজাটো দেখিছেঁ) আমি মহানুভৱ মহাদেৱৰ আৰ্হি অনুসৰি দয়া প্ৰকাশ কৰি শূল হানি নেমাৰি তাক থাকিবলৈ বিন্ধ্য পৰ্ব্বতটো লাখেৰাজ গ্ৰাণ্ট কৰি দান কৰিলোঁ। অৱশ্যে ভোলানাথৰ পদানুসৰণ কৰি ইয়াকো ধেয়াঁধেয়াঁ পৰ্ব্বতটোহে দান বিতৰণ কৰি দিব লাগিছিল। কিন্তু দুখৰ বিষয় হনুমন্তই নেজত বান্ধি আনি সেই দুৰ্কপলীয়া পৰ্ব্বতক সাগৰত স্নান কৰাই তাৰ মূৰ মাৰি থৈছে।

ঈশ্বৰে পৃথিৱীখন সকলোকে জোৰাকৈ ইমান ডাঙৰ-দীঘল আহল-বহল কৰি দিছে যে ভাই-ভাইৰ ভিতৰত চুলিয়াচুলি নকৰাকৈও স্বচ্ছন্দে নিজক ভালকৈ মানুহমুৰা হৈ তাক ভোগদখল কৰি থাকিব পাৰি। এটাৰ গাত লয় নগলেও এটাই এটাক গিলি নখলেও একতা-স্থাপনত কোনো বিঘিনি নহয়। দুই ভাই বঙলা আৰু অসমীয়াই কটাকটি মৰামৰি নকৰাকৈ বন্ধুভাৱে এই বহল সংসাৰত ডাঙৰ দীঘল হৈ চলিব পাৰে। এটাক জীয়াই ৰাখিবলৈ আনটোক বধিবৰ আৱশ্যক নাই। অসমীয়া ভাষাই দন্দ-হাই নকৰাকৈ আৰু তোমাৰ সীমাতো পানী নপৰাকৈ এচুকত পৰি একঠা চাউল খাই আছে। তুমি বঙ্গ ভাষাই তাত অসহিষ্ণু হৈ গোৰগো-ৰোৱা কিয়? এই বহল সংসাৰত ভাই! তুমিও খাই-বৈ ডাঙৰ-দীঘলহৈ জীয়াই থাকা, আমিও থাকোঁ। আমাক দুইকো ঠায়ে আটিব। 'একতা'ৰ এমোকোৰা মিছা কথা চোবাই আমাক তুমি বধিবলৈ হুমিয়ালে, আমিও হাত সাৰটি বহি নেথাকোঁ। তোমাৰে সৈতে কঁকালে-কঁকালে লাগি চোৱাৰ আগেয়ে তোমাৰ মুখৰ পৰা মিছা কথাৰ চাউলমোকোৰা আমি উলিয়াই লোকক দেখুৱাই দিম। তেতিয়া তুমিহে লাজ পাবা।

আৰু এটা কথা কওঁ। এটা ভাষা আন এটা ভাষালৈ অৱস্থাগুণে পৰিবৰ্ত্তিত হৈ নিজৰ অস্তিত্ব বিলোপ হোৱাৰ উদাহৰণ অৱশ্যে নাইকিয়া নহয়। কিন্তু সেই বুলি যে সদায় তেনেকুৱা হব আৰু তেনে হোৱা-টোৱেই নিয়ম এনে নহয়। এবাৰ নাগপুৰৰ মিউজিয়মত দেখিছিলো, এটা মহৰ মূৰ শিঙে সৈতে আদখিনি শিল হৈছে। এডোখৰ চেগুন কাঠো সেই দৰে শিল হৈছে। সেই বুলি আটাইবোৰ মহৰ মূৰ, শিং আৰু চেগুন কাঠ যে শিললৈ পৰিবৰ্ত্তন হব এনে নহয়।

আৰু এটা কথা শেহত কৈ আজিলৈ বক্তৃতা সামৰিম। মানুহে কেতিয়াবা কোনো এটা বেয়ালৈ ভয় কৰি তাৰ পৰা পলাই অতি, কোবত আহি ইমূৰৰ ভালৰ সীমাও পাৰ হৈ যায়। এটা খাৰৈ পাৰ হবৰ মনেৰে অতি ডাঙৰকৈ ডেও মাৰিলে সেই খাৰৈ আৰু খাৰৈৰ পাৰ দুইকো পাৰ হৈ আকৌ তাৰ কাষৰ আন এটা খাৰৈত পৰা দেখা যায়। কোনো কোনো সম্প্ৰদায়ৰ ব্ৰাহ্মই হিন্দুৰ প্ৰতিমা-পূজালৈ অশ্ৰদ্ধা আৰু ঘৃণা প্ৰকাশ কৰি তাৰ পৰা বেগত আঁতৰি এনে অৱস্থাত পৰিছেহি যে যি কাম বা যি বস্তুতে হিন্দু নামৰ সম্পৰ্ক আছে, সেই কাম আৰু সেই বস্তুৱেই তেওঁবিলাকৰ চকুত ঘৃণনীয় পৌত্তলিকতা যেন ঠেকি, লাহে লাহে তেওঁবিলাকে পৱিত্ৰ হিন্দুধৰ্ম্মকো জপাই বনমালীকৈ ঘিণাবলৈ ধৰিছে আৰু তেওঁবিলাকে ইমান উধাতু খাই হিন্দুধৰ্ম্ম আৰু হিন্দুৰ আচাৰ-ব্যৱহাৰৰ পৰা পলাইছে যে শেহত তেওঁলোকে বৰখাৰৈৰ পাৰত খোপনি ৰাখিব পাৰিব নে নোৱাৰে কব নোৱাৰোঁ। হিতোপদেশৰ নীলৰ জকাত জোবোৰা খোৱা শিয়ালে ৰজা হৈ জাত-ভাই শিয়ালক ওচৰলৈ আহিব নিদিয়া কথা সকলোৱে জানে। অতি সাৱধান হবলৈ গৈ শিয়াল ৰজাই নীলৰ জকাৰ পৰা এইবাৰ ভ্ৰমৰ জকাত নপৰাহেঁতেন যাবজ্জীৱন ৰজা হৈ খাব পাৰিলেহেঁতেন। এই দেখি জ্ঞানীলোকে চাই-চিন্তি আন্দাজ ৰাখি জঁাপ মাৰে আৰু লোককো মাৰিবলৈ কয়। হনুমন্তই যদি ভাৰতৰ ঠুটিৰ পৰা লঙ্কাদ্বীপলৈ জঁাপ মাৰোঁতে বেআন্দাজী অতি ডাঙৰ জঁাপ মাৰি দিলেহেঁতেন, তেন্তে নিশ্চয় সেই জঁাপতে পৱনৰ পুত্ৰই লঙ্কাত পাৰ

হৈ গৈ সিফালৰ সমুদ্ৰত পৰি ভৱলীলা শেষ কৰিলেহেঁতেন। আমাৰ ভিতৰতো আজিকালি কোনো কোনোক 'বেহিচাপী' অহমুমন্তীয়া জঁাপৰ ফালে ঢাল লোৱা দেখা গৈছে। তেওঁলোকক সাৱধান কৰি দিবৰ মনেৰে এই কেষাৰ কথা কলোঁ। বঙলা শব্দলৈ ভয় কৰি আজি-কালি তেওঁলোকে আমাৰ অসমীয়া ভাষাৰ ভিতৰত থকা সংস্কৃত শব্দৰ পৰাও এনে ডাঙৰ ডেও মাৰি দি পলাৰ খোজে যে তেওঁলোকক সেই ডেৱেই নি আকৌ ভুলৰ বৰখাৱৈত নেপেলালে ৰক্ষা। উদাহৰণ স্বৰূপে কওঁ, আজি কিছু দিন হৈছে শ্ৰীযুক্ত বেণুধৰ ৰাজখোৱাৰ এখন কিতাপ সমালোচনাৰ অৰ্থে শ্ৰীযুক্ত আসাম টাইমছৰ সম্পাদকৰ হাতত পৰে। কিতাপখনি আমি দেখা নাই আৰু তাৰ দোষ-গুণৰ সম্পৰ্কে আমি একো নেজানো। কিন্তু ঘাইকৈ যি এটি দোষ ধৰি সম্পাদকে গ্ৰন্থকৰ্ত্তাৰ কিতাপ-খনক পোৰা মাছ ঠেকেছা দিলে তাক দেখি আমি আচৰিত মানিলো। গ্ৰন্থকৰ্ত্তাই তেওঁৰ কিতাপত বঙলা শব্দ ব্যৱহাৰ কৰিছে বুলি তাৰ পৰা সম্পাদকে তেওঁৰ কাকতত কিছুমান সংস্কৃত শব্দ তুলি, কিতাপখনিৰ পিঠিত "ৰসাতললৈ যা" বুলি বাঘঢকা মাৰি দিলে। কিয়? অসমীয়া কিতাপৰ অসমীয়া মাতৰ ভিতৰত ঠাই বুজি সংস্কৃত শব্দ সোমালে যি বঙলা শব্দ হয় নেকি? সেই কেইটা শব্দ বঙলা যে হল মহাৰাষ্ট্ৰ-হিন্দুস্থানী বা উড়িয়া নহল কিয়? সেই সেই ভাষাতো যে সেইবিলাক শব্দ ব্যৱহৃত হয় সেই কথা সম্পাদকে জানে নে নেজানে? যি যি ভাষা ভালকৈ নেজানে, তেওঁ সেই ভাষাৰ কিতাপ সমালোচনা কৰিবলৈ যোৱাটো যুগুত নহয়, কাৰণ তেওঁ সমালোচনা কৰিবলৈ যাওঁতে প্ৰায় দেখা যায় হাতত কাপ লবলৈ পাহৰি টাঙোন লয়। অসম 'নন্‌ৰেগুলেছন্ প্ৰভিন্স' বুলি আইনকানুনৰ বাজ নহয়। বাতৰি-কাকতৰ সম্পাদকে সমালোচনাৰ স্তম্ভত 'মাৰ্‌ছিয়েল ল' চলোৱাটো বৰ বেজাইৰ কথা। আৰু সেই বেজাই অতিকৈ বাঢ়ে যেতিয়া সেই আইনৰ হেঁচা নিৰ্দ্দোষী লোকৰ পিঠিত পৰে। সংস্কৃত শব্দ আমি আমাৰ ভাষাত ব্যৱহাৰ কৰিবই লাগিব আৰু কৰিম। বঙালীয়ে সেই শব্দ ব্যৱহাৰ কৰিছে বুলি যে

সি বঙলা হৈ চুৰা হল, এনে নহয়। সেইবিলাক আমাৰ উমৈহতীয়া সম্পত্তি। অৱশ্যে তাক উবাজুবাকৈ ব্যৱহাৰ নকৰি বুজিবাজি ব্যৱহাৰ কৰিব লাগে। কোনো কোনো সংস্কৃত শব্দৰ অসমীয়া প্ৰতিশব্দ আছে বুলি যে আমাৰ লেখাত কেতিয়াও সেই সংস্কৃত শব্দ আমি ব্যৱহাৰ কৰিব নেপায়, এইটো আচৰিত মত। অমুক সদৰামিনেৰে সৈতে দেখা কৰিবলৈ যাওঁতে আমাৰ লগত বগা ঠেঙা আছে বুলি যে সদৰামিনে আগবঢ়াই দিয়া তেওঁৰ মাচিয়াত আমি নবহি, আমাৰ বগা ঠেঙা পাৰি মাটিত বহিব লাগিব তাৰ কোনো যুক্তি নাই।

সমালোচক হোৱা অতি টান কাম। উবাজুবা সমালোচনাই ইষ্টতকৈ অনিষ্ট বেছি কৰে। যেয়ে সেয়ে দুই চাৰি পিঠি অপ্ৰয়াসে লেখিব পাৰে কিন্তু লোকৰ লেখাৰ ওপৰত দুকলম প্ৰকৃত সমালোচনা কৰিব নোৱাৰে। কিছুমান মানুহ আছে, তেওঁলোকে সমালোচনা কৰা কামটি অতি উজু পায় নেকি কব নোৱাৰোঁ। জন্মৰ পিছত কাপ ধৰিয়েই সমালোচনা কৰিবলৈ বহে। 'এজন শিৱসাগৰবাসী'য়ে আহিনৰ 'আসাম'ত অসমীয়া ভাষাৰ আখৰ-যোঁটনিৰ ওপৰত সমালোচনা প্ৰকাশ কৰিছে। এই শ্ৰেণীৰ সমালোচক আমি ভালেমান দেখিছোঁ, সেই দেখি তেওঁৰ আবিৰ্ভাৱত আমি ভয় নেখালোঁহেতেন কিন্তু তেওঁ যে 'হেমকোষ' উলিয়াব খোজা তিনিগুন অসমীয়া বি-এলক টনাআজোৰা কৰিবলৈ হাত মেলিছে, এই বাবেই আমি অলপ থমক খাই ৰবলগীয়াত পৰিছোঁ। তেওঁ হেনো 'এজন শিৱসাগৰবাসী'। কিন্তু হলে কি হব? বৈকুণ্ঠতো ফাপৰে খোৱা আছে বুলি কয়। তেওঁ যে শিৱসাগৰত বাস কৰিও তেওঁৰ আগডোখৰ কাল অসমীয়া ভাষা আলচ নকৰাকৈ কটালে, সেই কথা আমি তেওঁৰ অসমীয়া ভাষাৰ বৰ্ণবিন্যাস পঢ়িয়েই জানিব পাৰিছোঁ। তেওঁ অসমীয়া ভাষা ছাতৰে শিকাদি শিকিব পায় আৰু হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণ আৰু জোনাকীত ওলোৱা লম্বোদৰ বৰাৰ আখৰযোঁটনি পঢ়ি তেওঁৰ সন্দেহবিলাক ভঞ্জন কৰিব পায়। তাকে নকৰি তেওঁ অসমীয়া ভাষাৰ ক-খ আৰম্ভ কৰিয়েই, দুখ কৰি পঢ়ি-শুনি অসমীয়া ভাষাত

পণ্ডিত হোৱা বি-এল তিনিজনৰ পিঠিত চিকুটি নিজ ক্ষমতা বা পণ্ডিতালি দেখুৱাবৰ চেষ্টা কৰিছে। আমি তেওঁক খাটোঁ, তেওঁ উত্তৰ-প্ৰত্যুত্তৰলৈ বাট নেচাই অতি সোনকালে নাপিত মাতি আনি তেওঁৰ নখবিলাক কটাই শ্ৰদ্ধাৰে সৈতে অসমীয়া ভাষা শিকিবলৈ লাগি যায়। অৱশ্যে আমি 'শিৱসাগৰবাসী'য়ে পঠিওৱা প্ৰবন্ধৰ সমালোচনা কৰি সময় নষ্ট কৰিবলৈ আজি অহা নাই। বাটত যাওঁতেহে এইষাৰ কথা কৈ থলোঁ। কিন্তু এই কথা আপোনাসকলে মনত ৰাখিব যে এনে বিদ্যাৰেই অসমত সমালোচক হব পাৰি।*

# সামৰণি বক্তৃতা

এইবিলাক কথা এৰি অসমীয়া ভাষাৰ উন্নতি সাধিবলৈ হলে কি কি উপায় অবলম্বন কৰিলে সি সম্ভৱ, তাৰ বিষয়ে সামৰণি স্বৰূপে আমি দুটা এটা কথা কব খোজোঁ:

(১) অসমীয়া পুৰণি ডাঙৰ গ্ৰন্থকাৰসকলৰ পুথিবিলাক ছপাই সৰ্ব্বসাধাৰণৰ হাতে ঢুকি পোৱা কৰিব লাগে। পুৰণি পুথিবিলাক ভাষাৰ ধৰণী। এই ধৰণীৰ ওপৰত ভাষাৰ নতুন ভঁৰাল নেসাজিলে ভাষাৰ উন্নতিৰ চেষ্টা সফল হোৱা টান। পৃথিৱীৰ আটাইবিলাক উন্নত ভাষা নিজ নিজ 'ক্লাছিকে'ৰে দৃঢ় ভেটিৰ ওপৰত স্থাপিত। কিন্তু পুৰণি পুথিবিলাক ছপাবলৈ বিস্তৰ টকাৰ আৱশ্যক। আমাৰ টকা নাই। বঙ্গদেশৰ নিচিনা ধনী জমিদাৰো আমাৰ নাই—যি মাতৃভাষাৰ উপকাৰৰ অৰ্থে ধনবিত দি এই পুৰণি পুথিবিলাক ছপাবৰ সুবিধা কৰিব পাৰে। যি এজন কি দুজন আছে, তেওঁলোকৰ মনত এনে স্বদেশহিতকৰ ভাব খেলাবৰ বৰ আগন্তুক নাই। তেওঁলোক বিদেশী লোকৰ হাতৰ মুঠিত, গতিকে তেওঁবিলাকৰ মনৰ ঢাল বিদেশী ভাষাৰ ফালেহে দেখা যায়

* জোনাকী—৬ষ্ঠ ভাগ, ১০ম সংখ্যা।

এই বাবে আমাৰ পুৰণি পুথিবিলাক যে শীঘ্ৰে ছপা হৈ ওলাব এনে সম্ভৱ নাই। কিন্তু ছপা নহলেও শঙ্কৰদেৱ, মাধৱদেৱ, অনন্তকন্দলিৰ হাতেলেখা পুথিৰ অতিশয় প্ৰচাৰত আমাৰ এই অভাৱ অনেক অংশে দূৰ হৈছে। অসমত এনে এঘৰ মানুহ প্ৰায় নাই, যাৰ ঘৰত কীৰ্ত্তন বা দশম বা ঘোষা পুথি এখন নোলাব। আৰু এনে এজন লোক নাই, যাৰ এই-বিলাক শাস্ত্ৰৰ অন্ততঃ দহফাকি পদ মুখত নাহে। স্বদেশহিতৈষী শ্ৰদ্ধাপদ শ্ৰীযুত হৰিবিলাস আগৰৱালা ডাঙৰীয়াই দশম-কীৰ্ত্তনাদি কিছুমান পুথি ছপাই অসমীয়া ভাষাৰ যে কিমান উপকাৰ কৰিছে তাক কৈ ওৰ পেলাব নোৱাৰি। পৰমেশ্বৰে যেন তেওঁক স্বদেশৰ এনে সেৱা কৰিবলৈ দীৰ্ঘজীৱী কৰি ৰাখে এই আমাৰ প্ৰাৰ্থনা।

(২) অসমীয়া ভাষাৰ উন্নতি অভিলাষী আমাৰ অনেক বন্ধুৱে ভাবে যে পঢ়াশালিৰ নিমিত্তে সৰহকৈ অসমীয়া পুথি নোলালে ভাষাৰ উন্নতি নহয়। এই বিশ্বাস আমাৰ নাই। স্কুলৰ কিতাপে কোনো দেশৰ কোনো ভাষাৰ উন্নতিৰ পক্ষে বিশেষ যে সহায়তা কৰিছে, এনে দেখা নেযায়। পৃথিৱীত উন্নত ভাষাবিলাকৰ উন্নতি স্কুলৰ কিতাপৰ ওপৰত নিৰ্ভৰ কৰি হোৱা নাই। যিবিলাক গ্ৰন্থকৰ্ত্তাই গ্ৰন্থ লেখি ভাষাৰ উন্নতি কৰিছে, তেওঁবিলাক পঢ়াশালিৰ পুথি লেখক নহয়। ছেক্সপীয়েৰ, মিল্টন, ছেৰিডন, বাৰ্কে পঢ়াশালিৰ ছাত্ৰৰ নিমিত্তে পুথি লেখা নাছিল। স্কুলৰ নিমিত্তে সিসকলে কিতাপ লেখিছিল আৰু লেখিছে সেই সকলক তেওঁলোকৰ নিজ নিজ পুথিৰে সৈতে স্কুলঘৰৰ ভিতৰত চিৰকাললৈ দুৱাৰ মাৰি সুমাই থলেও যে ইংৰাজী ভাষাৰ কিবা বিশেষ ক্ষতি হব এনে মনে নধৰে। বঙলা ভাষাৰ যিফেৰা উন্নতি হৈছে, সি বঙ্গদেশীয় টেক্সবুক কমিটীৰ পৰা হোৱা নহয়। বৰং বঙ্গদেশীয় স্কুলবিলাকত চলা কিতাপবিলাকৰ অদ্ভুত ভাষাৰ বাট যদি বঙ্গ ভাষাই ললেহেঁতেন, তেনেহলে বঙ্গ ভাষাৰ ওভতনি সোঁত বলেহেঁতেন বুলি আমাৰ বিশ্বাস। মূৰ দাঙিলেই দেখিবলৈ পোৱা যায় আজিকালিৰ বঙলা ভাষাৰ গুৰিয়াল স্কুলৰ কিতাপ লেখোঁতাসকল নহয়।

হাৰ্ব্বাৰ্ট্ স্পেন্সাৰে কয়ঃ—"From his early days the boy whose father can afford to give him the fashionable education is drilled in grammar, practised in parsing tested in detecting errors of speech. After his public school career during which words, their meanings, and their right applications, almost exclusively occupy him, he passes through a university where a large and aften the larger part of his attention is still given to literary culture models of slyle in prose and poetry being daily before him. So much for the preparation ; now for the performarce. It is notorious that commentators on the classics are among the most slovenly writers of English. Readers of Punch will remember how, years ago, the Provost and Head Master of Eton were made to furnish food for laughter by quotations from a letter they had published. Recently the Head-Master of Winchester has given us in entire unconsciousness of its gross defects a sample of the English which long study of language produces." ( The study os Sociology chapter XI. )

অৱশ্যে এইবিলাক কথা কৈছোঁ বুলি যে পঢ়াশালিৰ কিতাপবোৰ আমি একেবাৰেই ফু মাৰি উৰাই দিলোঁ। এনে নহয়। আমাৰ মানে এইটোহে যে ভাষাৰ উন্নতিৰ নিমিত্তে কিতাপ বছা সভাৰ ফালে যেন আমি টপালি পাৰ বহি নেথাকোঁ। নগাৰত কিতাপ বছা সভাই এন্দুৰকে প্ৰসৱ কৰক বা দঁতাল হাতীকে প্ৰসৱ কৰক আমি মাছ খাবলৈ আশা নকৰোঁ। কিতাপ বছা সভাই পঢ়াশালিত যি চলাই চলাওক, যি দলিয়াই পেলাই পেলাওক, তাত আমি বেছি আনন্দিত বা বিষাদিত নহওঁ, কাৰণ অসমীয়া ভাষাৰ উন্নতি সেই কেইখন কিতাপৰ সাপেক্ষ নহয়।

(৩) বস্তুতে ভাবে যে বিদেশী ভাষাৰ কিতাপ দেশী ভাষালৈ তৰ্জ্জমা কৰিলে দেশী ভাষাৰ উন্নতি সাধন হব। ভাষাৰ উন্নতিৰ অৰ্থে এই উপায়টো বেছি কাৰ্য্যকৰী যেন মোৰ মনে নধৰে। দেশীয় ভাষাত বিদেশী ভাষাৰ কিতাপৰ ভাঙনি এক প্ৰকাৰ নহয় বুলিলেই হয়। যি হয় সি নিশ্চয় এধাখুন্দা ভাঙনি। এধাখুন্দা খাই অজীৰ্ণ ৰোগত পৰি ভাষা যে খীণাই যায়, চিকুণ হব নোৱাৰে, এই কথা সকলোৰে জনা আছে। হোমাৰৰ 'ইলিয়াড'ৰ আৰু ভাৰ্জ্জিলৰ 'ইনিড'ৰ এধাখুন্দা ইংৰাজী ভাঙনিয়ে ইংৰাজী ভাষা যি ফেৰা চহকী কৰিছে, মিল্‌টনৰ 'পেৰেডাইজ লষ্ট্' আৰু বুনিয়ানৰ 'পিল্‌গ্ৰিমৃছ প্ৰগ্ৰেছে' কৰাৰ তুলনাত সি বালিচাহী। আজি-কালিৰ মহাৰাষ্ট্ৰীয় ডেকাসকলে তেওঁলোকৰ মাতৃভাষাৰ উন্নতি কৰিবৰ মনেৰে আগৰ পৰা গুৰিলৈকে ইংৰাজী পুথিৰ তৰ্জ্জমাত লাগি গৈছে; এই বাটৰ বাটৰুৱা হৈ আমাৰ মহাৰাষ্ট্ৰীয় ভাইসকলে কিমান কৃতকাৰ্য্য হব কব নোৱাৰোঁ। পৰিশ্ৰমৰ অনুযায়ী ফল পাব বুলি হলে আমাৰ বিশ্বাস নহয়। বিদেশী গ্ৰন্থৰ ভাল ভাববিলাক গ্ৰহণ কৰি সেইবিলাক জীণ নিয়াই নিজৰ তেজ-মঙহেৰে সৈতে মিলাই নিজৰ ভাষাত সেইবিলাক ব্যৱহাৰ কৰিব পাৰিলেই ভাষাৰ প্ৰকৃত উন্নতি হয়। ছেক্সপীয়েৰে ইটালী, ডেনমাৰ্ক প্ৰভৃতি দেশৰ গ্ৰন্থৰ পৰা ভাব, ঘটনা প্ৰভৃতি লৈ নিজৰ কৰি নিজৰ ভাষাত সেইবিলাক ব্যৱহাৰ কৰি গ্ৰন্থ লেখি যেনেকৈ নিজ ভাষা চহকী কৰিলে আমিও সেই আৰ্হিমতে চলিলেহে আমাৰ অভীষ্ট সিদ্ধি হব। ৰেভাৰেণ্ড কৃষ্ণমোহন বন্দ্যোপাধ্যায় আৰু ডাক্তৰ ৰাজেন্দ্ৰলাল মিত্ৰই বঙলা ভাষাৰ উন্নতি কৰিবৰ অভিলাষ কৰি ইংৰাজীৰ পৰা বঙলা ভাষালৈ খুব তৰ্জ্জমা কৰিছিল। কিন্তু সেই তৰ্জ্জমা-বিলাকে বঙলা ভাষাৰ উন্নতি সাধিছে নে বিদ্যাসাগৰ আৰু বঙ্কিমৰ কিতাপে সাধিছে, তাক সকলোৱেই দেখিছে। বঙলা ভাষাৰ উন্নতি টৌত সেই তৰ্জ্জমা-জাজিবিলাক যে কলৈ বাগৰি গল কোনে কব পাৰে।

(৪) আমাৰ অসমীয়া বন্ধুসকলে বেজাৰ কৰে, আমাৰ অভিধান-ব্যাকৰণ নাই বুলি। কিন্তু অলপ দকৈ ভাবি চালে ইমান বেজাৰৰ কথা

নেদেখি। প্ৰথম ডোখৰত লেখিত অভিধান-ব্যাকৰণ নোহোৱাকৈও এই পৃথিৱীত বহুত ভাষাৰ উন্নতি হৈছে। বঙলা ভাষাৰতো আজিলৈকে এখন অভিধান, এখন ব্যাকৰণ নাই। এক ৰকমে চাবলৈ গলে ভাষাৰ পৰিবৰ্ত্তনাৰম্ভাত অভিধান, ব্যাকৰণে ভাষাক কঠোৰ নিয়মৰ গৰালত বন্দী কৰি উন্নতিৰ প্ৰতিবন্ধকতাচৰণ কৰিবৰ ফালেহে যায়। মোৰ আগৰ বক্তৃতা এটাত কৈ আহিছোঁ অভিধান-ব্যাকৰণ ভাষাৰ লেমটৌহে, ভাষা অভিধান ব্যাকৰণৰ লেমটৌ নহয়। আজি ভাষাৰ নিমিত্তে অভিধান-ব্যাকৰণৰ যি এঙাচোলা সিয়ালা, কাইলৈ সি ভাষাৰ গাত নোখোৱা হব। কাৰণ ভাষা বৰ্দ্ধিষ্ণু। বিশেষকৈ আধুনিক অসমীয়া ভাষা পানীকেচুৱা। চকু চাওঁতেই অভিধান-ব্যাকৰণৰ আইন তামাদি হব। অৱশ্যে আমি এই কথা কৈছোঁ বুলি আপোনাসকলে এনে নুবুজিব যে যি কেদিন যায়, এটা অভিধান-ব্যাকৰণৰ বোজা আমাৰ ভাষাৰ গাত থাকিলে বেয়া। কিন্তু চোলা নাই বুলি মূৰে-কপালে হাত দি বহি থকাৰ ভ্ৰম দেখুৱাবলৈ বুলিহে এই কেষাৰ কথা কলোঁ। দুখীয়াৰ লৰা গাত চোলা নোহোৱাকৈও ডাঙৰ দীঘল হয়।

(৫) অসমীয়া ভাষাত আখৰ-যোঁটনিৰ গোলমাল আছে বুলিও আমাৰ বন্ধুসকলে দুখ কৰে। দুখৰ কথাও। লাহে লাহে গোলমাল ভাগি আহিছে, আহিবও। উন্নতিৰ বাটত ই এখন এবেগতীয়া জেওৰা মাথোন। ইয়াক পাৰ হবলৈ ভাষাই ডাঙৰ জাঁপ মাৰিব নেলাগে। বহুত উন্নত ভাষাইও বৰ্ণবিন্যাসৰ গোলমালৰ হাত আজিলৈকে সাৰিব পৰা নাই। তথাপি সেইবিলাক ভাষা আগুৱাব লাগিছে। অৱশ্যে বৰ্ণাশুদ্ধিৰ ভুমি-লুটি-যোৱা বৰচুৰিয়াৰ ফেৰ মাৰি জোটোৰপোটোৰকৈ খোজ কাঢ়িবলৈ আমাৰ ভাষাক এৰি দিয়া উচিত বুলি আমি নকওঁ। তেনেকৈ খোজ কাঢ়িবলৈ এৰি দিলে উজুটিৰ ভয় ষোল অনা। তথাপি লাহে লাহে চুৰিয়া সামৰিসুতৰি লৈ সাৱধানে গৈ থাকিলে সিমান আশঙ্কাৰ কাৰণ নাই।

(৬) অসমীয়া ভাষাৰ পৱিত্ৰতা ৰক্ষা কৰিবলৈ গৈ আমাৰ বন্ধু-সকল সদায় সশঙ্কিত, পিছে কেনেবাকৈ বিদেশী শব্দ এটা আমাৰ

লেখাৰ ভিতৰত সোমায়। এই বিষয়তো আমি বিশেষ ভয় খোৱাটো ভাল নহয়। আমি ভালকে পাওঁ বা বেয়াকে পাওঁ, বিদেশী শব্দ আমাৰ ভাষাৰ ভিতৰত সোমাবই। ই প্ৰাকৃতিক নিয়ম। সকলো ভাষাৰ ভিতৰতে ভালেমান বিদেশী শব্দ আছে আৰু সেই শব্দবোৰ লৈয়েই সেই সেই ভাষা চহকী। নতুনতে বিদেশী শব্দবোৰ কেনেবা কেনেবা লাগে কিন্তু দিনচেৰেক পুৰণি হলেই সেইবোৰে চিনাকিমুখীয়া ঘৰুৱা হৈ পৰি ভাষাৰ অঙ্গপ্ৰত্যঙ্গৰ ভিতৰত ঠাই লৈ ভাষা-শৰীৰৰ পুষ্টি সাধন কৰে। বিদেশী শব্দেৰে নিজৰ অঙ্গপুষ্টি বিষয়ত ফ্ৰেন্স, ইংৰাজী, জাৰ্মাণ আদি ভাষাৰতো কথাই নাই, সংস্কৃত ভাষাও (যাক আমি পৰিত্ৰাতি পৱিত্ৰ ভাবোঁ) যে সেই বিষয়ত একেবাৰেই নিৰ্দ্দোষী এনে নহয়। কালক্ৰমত কত বিদেশী শব্দ সংস্কৃতৰ ভিতৰত সোমাই তাৰে সৈতে মিলি গৈছে তাৰ লেখ কোনে ৰাখিছে। সৰহ নেলাগে, যাক আমি খাচ অসমীয়া শব্দ বোলোঁ, সিনো কিমান খাচ বিৰ দি চাই নিলেই ওলাই লৰিব।

অৱশ্যে অনাহকতে গোটাগোটে বিদেশী শব্দ গিলিবলৈ যোৱা কথাটো ভাল নহয়। যি বস্তুটো গিলি তুমি জীণ নিয়াব নোৱাৰা, সেইটো গিলিলে তুমিয়েই বিপদত পৰিবা। আভোকত অনাৱশ্যকতে বিদেশী শব্দ আমাৰ ভাষাক গিলাবলৈ গলে, সি ভাষাৰ পেটত নবৈ ওকালিত ওলাই পৰিব। মূল কথা—'জীণ নিয়াৰ পাৰিলে খা, নোৱাৰি খালে ৰসাতললৈ যা।' আৰু মনত ৰাখিব লাগে, জীণ নিয়াব পাৰিবা, ভোক থাকিলেহে।

(৭) বিদেশীয়ে আমাৰ ভাষাক হলা গছ দেখি একো কোব মাৰে। অসম গৱৰ্ণমেণ্টৰ শিক্ষাবিভাগে দুখীয়া ভাষা বুলি কটূক্তি কৰে। ই হাঁহে, সি ঠাট্টা কৰে। এইবিলাক কথাত আমি মৰ্ম্মান্তিক যন্ত্ৰণা পাওঁ আৰু কান্দি কান্দি গৱৰ্ণমেণ্টক আমাৰ সহায় কৰিবলৈ প্ৰাৰ্থনা কৰোঁ। শিক্ষাবিভাগৰ গৰাকী চাহাবৰ হাতে-ভৰিয়ে ধৰি অসমৰ পঢ়াশালিত অসমীয়া ভাষাৰ কিতাপ

চলাবলৈ কওঁ। কিন্তু এইবিলাক কৰি আমি কি লাভ পাইছোঁ? আমাৰ কি কান্দোন কোনোবাই কাণ দি শুনিছে? আমাৰ কি বেজাৰত কোনোবাই পুতৌ কৰিছে? বা তিৰোতাই কন্দা দি এই কান্দোন-কাটোন কৰা বাবে গৱৰ্ণমেন্ট বা অইন মানুহৰ হাতত আমি মনুষ্যোচিত সন্মান লভিছোঁ? অথবা মান অপমানৰ কথা কাটিকৈ থৈ আমাৰ অভীষ্টকে সিদ্ধি কৰিব পাৰিছোঁ? যদি নাই পৰা, তেন্তে এই অসাৰ্থক অথচ সৰু উপায় অৱলম্বন কৰি লাভ কি? কিয় আমি পাহৰিছোঁ যে 'Self help is the best patron'? কিয় আমি নিজে শকত নহওঁ পৰৰ ভকতলৈ আশাপালি নথকাকৈ? নিজে যদি আমি আমাৰ ভাষাত ভাল ভাল পুথি, কাকত, প্ৰবন্ধ লেখি আৰু আমাৰ ভাষাৰ আলোচনা কৰি তাক শকত কৰি তোলোঁ, তেন্তে নিশ্চয় জানিব বিদেশী ঢোৰাসাপে ফোচ কৰিবলৈ এৰি তাৰ আগত মূৰ দোঁৱাব, গৱৰ্ণমেণ্টে দিগ্‌দিগ্‌কৈ হাতত ধৰি তাক তুলি চুমা খাব আৰু একে লৰেই সি গৈ স্কুলৰ ওখ ওখ চকী-মেজ আৰু আলমাৰিত উঠিব। Nothing succeeds like success বুলি ইংৰাজীত কয়। আজিকালি কন্দাকটাৰ দিন নাই। কন্দাকটাৰ দিন ওৰ পৰিল। কন্দুৱাক ৰৰখাৰৈৰ পৰা কোনেও নোতোলে।

এই বাবে আমাৰ অসমীয়া বন্ধুসকলে আত্মনিৰ্ভৰ মহামন্ত্ৰেৰে দীক্ষিত হৈ অসমীয়া ভাষাৰ উন্নতি মহাযজ্ঞত এলাহ, খিয়লাখিয়লি আদি মহাশত্ৰুবিলাকক আহুতি দি মাতৃভাষাৰ কুশলৰ অৰ্থে কঁকালত কাপোৰ বান্ধি লাগক। অসমীয়া ভাইহঁত! আহঁা, আমি আজিৰ পৰা, এই মুহূৰ্ত্ত, এই ক্ষণৰ পৰা, প্ৰতিজ্ঞা কৰোহঁক যে অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে কায়মনোবাক্যে লাগিলোঁ। ঈশ্বৰক সাক্ষী কৰি আহঁা, আহঁা, আজি এই প্ৰতিজ্ঞাসূত্ৰত আবদ্ধ হওঁ; নতুবা নিশ্চয় জানিবা অসমীয়া ভাষাৰ উন্নতি আমাৰ দ্বাৰা নহয়।

বৰ দুখেৰে স্বীকাৰ কৰোঁ যে আমি মাতৃভাষাৰ উন্নতি কৰিবলৈ সঁচাসঁচিকৈ লাগোঁ বুলি লগা নাই। আমি মুখেৰে কওঁ, কাৰ্য্যত নকৰোঁ।

বা কৰিবলৈ হেলা কৰোঁ। এনে চেলেংপেতেং মন, এনে এধাডুখৰীয়া যত্ন লৈ আমি এই মহাকার্য্য সাধি উঠিব নোৱাৰোঁ, নোৱাৰোঁ। "কার্য্যং বা সাধয়েচ্ছৰীৰংবা পাতয়েৎ" মন্ত্রক আমাৰ মন্ত্র নকৰিলে আমি সংসাৰত কোনো কার্য্য সম্পাদন কৰিব নোৱাৰোঁ। যোগ্যৰহে এই পৃথিৱী। এধাডুখৰীয়া যত্নেৰে এধামৰা অযোগ্য মানুহৰ নিমিত্তে এই পৃথিৱী নহয়। আমি যে এধাডুখৰীয়া মনৰ মানুহ, তাৰ এটা সৰু উদাহৰণ দিওঁ। অসমত ছুখন বাতৰি-কাকত কৰুৱাই কৰুৱাই কত কতকৈ কতদিনৰ মূৰত ওলাইছে। এখন দেশী আৰু আনখন বিদেশী ভাষাত। কিন্তু এনে আমাৰ মাতৃভাষাৰ প্রতি ভক্তি যে দেশী ভাষাৰ কাকতখন লেখকৰ অভাৱত কলঢপ কলঢপ কৰিব লাগিছে। কলিকতা, শ্বিলং, নগাও, সদিয়া সকলো ঠাইৰ পৰা আমাৰ শিক্ষিত ডেকাসকলে, বিদেশী ভাষাত ওলোৱা কাকতখনিত ছপা হবলৈ দীঘল দীঘল চিঠি লেখি সপ্তাহে সপ্তাহে পঠীয়াব লাগিছে; কিন্তু আমাৰ আইৰ ভাষাত লেখা প্রকৃত আমাৰ নিজৰ কাকতখনিত মন্ন মেধি আৰু ধনী বায়নক প্রবন্ধ আৰু চিঠি লেখিবলৈ তেওঁলোকে এৰি দিছে। কি বেজাৰৰ কথা! সঁচাসঁচিকৈয়ে আমি এনে হলোঁ। নহয়, নহয়, অসমীয়া ভাইহঁত! এনেটো গতিৰে আমাৰ ভাষাৰ উন্নতি নহয়। আহাঁ, আমি sincere হওঁহক। নতুবা আমি গলোঁ, গলোঁ!

(৮) অসমীয়া ভাষাৰ উন্নতি কৰিবলৈ হলে আমাৰ ভাষাত বাতৰিকাকতৰ আৰু সাকৰা প্রবন্ধেৰে পূর্ণ মাহেকীয়া আলোচনী কাকতৰ বহুল প্রচাৰ আৱশ্যক। আমাৰ কণাৰ লাখুটি 'আসাম' আৰু 'জোনাকী'। এই দুখন জীয়াই ৰাখি ভালকৈ চলাবলৈ যদি আমি কাৰবাৰ নকৰোঁ, তেন্তে আমিনো আৰু কি ভাষাৰ উন্নতি কৰিম? বঙ্গ দেশৰ 'বঙ্গবাসী', 'সঞ্জীৱনী' আদি বাতৰিকাকতে বঙালী সর্ব্বসাধাৰণৰ মাজত উজু বঙলা ভাষাৰ বহুল প্রচাৰ কৰি সেই ভাষাৰ যেনে উপকাৰ সাধিছে, গধূৰ গধুৰ বঙালী লেখকে গধূৰ গধূৰ বঙলা কিতাপ লেখি তাৰ এশভাগৰ এভাগ সাধিছে নে নাই কব নোৱাৰোঁ।

কথা কওঁতে বা গত্ত লেখোঁতে ব্যৱহাৰ নকৰিছিল সেইটো অলপ দকৈ টং কৰিলেই বুজিব পাৰি। সেইদেখি পুৰণি অসমীয়া ( বঙলাৰে সৈতে যাৰ সাদৃশ্য বেছি বুলি আপুনি কৈছে ) এৰি আজিকালিৰ অসমীয়া লেখকে যি নতুন অসমীয়া ভাষা স্রজন কৰা বুলি আপুনি কৈছে, সেই কথাৰ ভেটি হেলেক্লেক। শুনি আচৰিত মানিব যে অসমীয়া ভাষা পুৰণি কালত যেনে আছিল এতিয়াও প্ৰায় তেনেই আছে। তাৰ অলপ-অচৰপহে লৰচৰ হৈছে। আপোনালোকেহে আপোনালোকৰ লেখা আৰু কোৱা ভাষাৰে সৈতে বামুণ-শূদিৰৰ প্ৰভেদ ঘটাইছে, কাৰণ আপোনাসকল 'উন্নতিশীল' অসমীয়া নহয়।

যোগেশ বাবুৱে তেওঁৰ প্ৰথম প্ৰবন্ধৰ অন্তত কৈছে—"আসামী ভাষাৰ প্ৰকৃতি বুঝিতে আৰ বাগ্‌বাহুল্যেৰ প্ৰয়োজন নাই। পৰবৰ্ত্তী প্ৰবন্ধে বৰ্ত্তমান আসামী ভাষা বুঝিতে চেষ্টা কৰা যাইবে।" আমিও বোলোঁ ধুৰুপ কথা। এই প্ৰবন্ধতে যে তেওঁৰ অসমীয়া ভাষাৰ জ্ঞানটো টন্‌টনীয়া হৈ পৰিছে সেইটো আমি দেখিছোঁ। পাছৰটোত নিশ্চয় তাক মৰহি সৰা দেখিম। 'ভেনিটি'! তোমাৰ অন্ত কত?

দ্বিতীয় প্ৰবন্ধত যোগেশ বাবুৱে "আসামী ভাষা নবীন"ৰ আচল কৰি আমি ঘুগুলাপচলা কৰা পুৰণি কথা ভাবে ভাবে পাঠকক যোগাইছে। অৱশ্যে যোগেশ বাবুৰ আৰু তেওঁৰ বঙালী পাঠকৰ পক্ষে সেইবোৰ নতুন। যোগেশ বাবুৱে লেখিছে "গ্ৰামাৰে আসামী বাঙ্গালা এক বলা যাইতে পাৰে। গ্ৰিয়াৰ্স্‌ন সাহেবেৰ মতও তাই * আধুনিক কালে দুই একটা নুতন শব্দ বিভক্তি স্বৰূপ

*'গ্ৰামাৰত অসমীয়া ভাষাৰে সৈতে বিহাৰী ভাষাৰ সম্বন্ধ বঙলাতকৈ ওচৰ।'—গ্ৰিয়েৰ্ছন, ১৮৯৬ খৃঃ অব্দ। 'যদি মাথোন গ্ৰামাৰ বিচাৰ কৰা যায় তেনেহলে অসমীয়া ভাষা যে বঙলাৰ 'ভাখা' নহয় সেইটো প্ৰমাণ কৰা টান। চিটাগাঁৱৰ ভাষা বঙলা, কিন্তু কলিকতাৰ ভাষাৰ পৰা তাৰ ভাষা যিমান দূৰত অসমীয়া ভাষা সিমান দূৰত নহয়। কিন্তু যদি লিখিত সাহিত্যলৈ চকু দিওঁ, তেন্তে অসমীয়াক স্বকীয়া ভাষা বুলিব লাগে।'—গ্ৰিয়েৰ্ছন, ১৯০৩ খৃঃ অব্দ। ( ২৬০ পৃষ্ঠাৰ তলত )

প্ৰযুক্ত হইয়া পুৰাতন হইতে বিচ্ছিন্ন হইতেছে। হেমচন্দ্ৰ বৰুয়া মহাশয়েৰ আসামী ব্যাকৰণে পাই, বিলাক. বোৰ, হঁত বহুবচনেৰ বিভক্তি। তন্মধ্যে হঁত হয়ত শেষ স্বৰ অনুনাসিক কৰিবাৰ ৰীতি হইতে আসিয়া এখন গ্ৰাম্য বিবেচিত হইতেছে। ক্ৰিয়াপদ কৰিবোঁ পদ্যে কৰিবোহোঁ পাই। হঁতএৰ ত পাদপূৰণে। (অৰ্থাৎ ধৰক, যেনে "বিদ্যানিধি"ৰ "ধি"!—ল-বে।) "বোৰ" হয়ত বড় হইতে। (অৰ্থাৎ ধৰক, যেনে 'সৰিয়হবোৰ'ৰ, 'বালিচাহীবোৰ'ৰ, 'খুদকণবোৰ'ৰ 'বোৰ' মানে বৰ অৰ্থাৎ বৰ ডাঙৰ সৰিয়হ, ডাঙৰ বালিচাহী. ডাঙৰ খুদকণ!—ল-বে)। অনেক অৰ্থে বড় বাঙ্গালা প্ৰয়োগেও আছে। বিলাক শব্দেৰ মূল নিৰ্ণয় কঠিন। (বিদ্যানিধিয়ে বঙলা গুলা, গুলি, কিয় পাহৰিলে? উজনিৰ অসমীয়াৰ 'বিলাকেই' নামনিৰ অসমীয়াৰ গিলাক বা গিলা আৰু পূৰ্ব্ব পশ্চিম বঙ্গত গুলি, গুলা, গুলো হৈছে। আমি কওঁ,—বঙলা ভাষা যে অসমীয়া ভাষাৰ অপভ্ৰংশ, ইও তাৰ এটা প্ৰমাণ।—ল-বে)। প্ৰাচীন আসামীতে 'হন্তে', বাং 'হাতে'; এখন প্ৰায়ই 'পৰা' দেখিতে পাই। (পুৰণি অসমীয়াৰ "হন্তে"ৰ পৰা বঙলাৰ হইতে ওলাইছে, "সেইটো বুজিলে বঙলা যে অসমীয়াৰ বিকৃত ভাষা তাক বুজিব পাৰি।—ল-বে)। বং—ঘৰ হইতে; আং—ঘৰৰ পৰা। 'ঘৰেৰ পৰে আসিয়া বলিল (ঘৰেৰ উপৰে - ঘৰে) এই ৰূপ প্ৰয়োগ বঙ্গেৰ স্থানে স্থানে আছে।" আমি কওঁ, বিদ্যানিধি কটকৰ পৰা কলিকতালৈ আহিল, এই কথাৰ মানে— 'কটকেৰ বিদ্যানিধি কলিকাতায় আসিল' অৰ্থাৎ কটক চহৰখন কলিকতালৈ আগেয়ে আহিল, তাৰ পিছত বোধকৰোঁ তাত তেওঁৰ ভৰি দিবলৈ ঠাই নোহোৱা বাবে বিদ্যানিধি অগত্যা কলিকতালৈ গুচি আহিল।

---

ইয়াৰ ওপৰতে ভিৰ দি বিদ্যানিধিয়ে কয়—গ্ৰিয়েছ নে অসমীয়া আৰু বঙলাৰ প্ৰামাৰ একে বুলি কৈছে। আচৰিত নহয় নে যে 'যত দূৰে, তত দূৰে নহে মানে একে!! যোগেশ বাবুৰ গাত বৰ বল দেখিছোঁ। তেওঁ অকল বিদ্যানিধিয়ে নহয়, বলনিধিও।—ল-বে

এইখিনিতে কওঁ যে আজিকালিৰ বঙালী সাহিত্য-পৰিষদৰ সভ্যসকলৰ ভিতৰত এই বিদ্যানিধি মহাশয় এটি ডাঙৰ হিলৈ। বিদ্যাসাগৰ আৰু বঙ্কিমৰ আত্মাই পৰিষদৰ এই হিলৈৰ ধুমধুমনিত ভালকৈ স্বৰ্গত শুব পাৰিছে নে নাই কব নোৱাৰোঁ। যোগেশ বাবুৱে কয়,—"আমি তুমি বাস্তবিক মান্যে বহুবচন।" প্ৰাচীন বাঙালা আহ্মি * আমি আৰু তুমি, ঘাইকৈ তুমি যে বঙলাত "মান্যে বহুবচন" এইটো নতুন সাধু শুনি আমি মনত ৰাখিলোঁ। "কালে বহুবচন একবচন মনে হইয়া বাঙ্গালাতে আমৰা তোমৰা" হৈছে হেনো। যোগেশ বাবু বিদ্যানিধিয়ে আজিকালিৰ বা আগৰ যিবোৰ অসমীয়া শব্দ বুজিব নোৱাৰে, সেই বোৰ গ্ৰাম্য বুলি কেগা সাৰে আৰু যিবোৰ বুজিব পাৰে, সেইবোৰ বঙলা বুলি ফুটংগিৰী মাৰে; ফাকটিটো বেছ! 'গ্ৰাম্য' শব্দটো তেওঁলোকৰ সৰ্ব্বঢাক মন্ত্ৰ। তেওঁলোকৰ গোবিন্দপুৰৰ, সুতানুতিৰ, পৰ্ট কেনিঙৰ, ডায়েমণ্ড হৰ্বাৰৰ, আৰু হাওড়াৰ মাত আচন্স সাধু আৰু আমাৰ প্ৰাগ্‌জ্যোতিষপুৰৰ, শোণিতপুৰৰ, ৰত্নপুৰৰ, কমতাপুৰৰ, কুণ্ডিলৰ, চম্পাৱতীৰ মাত গ্ৰাম্য, গাঁৱলীয়া! বঢ়িয়া বিচাৰ! দীপ্‌ লিপ্‌ দাবী!

আমি যোগেশ বাবুক Seriously সোধোঁ, তেওঁ এইদৰে সংস্কৃতৰ জীয়াৰী অসমীয়া আৰু বঙলাক মিলাই দুইকো একে প্ৰমাণ কৰিবলৈ গৈ যে অসমীয়াৰ হাঁহি তুলিছে, তেওঁ সেইটো বুজ পোৱা নাই নে? সংস্কৃতমূলক ভাষাৰতো কথাই নাই, আৰ্য্যবংশীয় আনবিলাক ভাষাৰ ভিতৰতো বিচাৰিলে এইদৰে হেজাৰ সাদৃশ্য ওলাব। অসমীয়া ভাষাত 'আমি' বহুবচন, বঙলাত এক বচন, অসমীয়াতে তেওঁ, সি, তাই, তেখেত,

---

* 'ত্ৰিপুৰা ও চট্টগ্ৰাম, নোয়াখালি প্ৰভৃতি স্থানে প্ৰাপ্ত ১৫০। বৎসৰেৰ পূৰ্ব্ববৰ্ত্তী সমস্ত হস্তলিখিত পুঁথিতেই 'আমি' ও 'তুমি' স্থলে সৰ্ব্বত্ৰই 'আহ্মি' ও 'তুহ্মি' দৃষ্ট হয়। পৰাগলী মহাভাৰত, সঞ্জয় ৰচিত মহাভাৰত প্ৰভৃতি প্ৰাচীন পুস্তকেও এই প্ৰকাৰেৰ প্ৰয়োগ দৃষ্ট হইবে।—'দীনেশচন্দ্ৰৰ 'বঙ্গভাষাও সাহিত্য' কিতাপ। পাঠকে অনায়াসে বুজিব যে এই আহ্মি তুহ্মি পুৰণি কামৰূপীয়া অসমীয়া আহ্মি তুহ্মি, বঙলা নহয়; কাৰণ পশ্চিম বঙলাৰ পুথিত সি নাই —ল-বে।

বঙলাত মাথোন সে, তিনি। অসমীয়া সাধাৰণ বিভক্তিবিলাক, বোৰ, হঁত, হঁক, বঙলাত নথকা ;— তেওঁ কয় পুৰণি কালত আছিল ; আমি কওঁ মধ্য-এছিয়াত একে লগে থাকোঁতে য়ুৰোপীয় আৰ্য্য ভাষাৰো তেনে মিল আছিল )—শব্দৰূপ, বিভক্তিৰূপ, বিশেষ্য, বিশেষণ, ক্রিয়াপদ, যিবোৰ আজিকালি অসমীয়াত আছে আৰু আগৰ অসমীয়াতো আছিল, এতিয়াৰ বঙলাত নথকা,—( প্রাচীন বঙলাত আছিল হেনো )—এইবোৰলৈ চাই অসমীয়া ভাষা ৰঙলাৰে যে একে আৰু সেই বাবে অসমীয়াই বঙলা যে লব লাগে, যোগেশ বাবুৰ এই কথা আমি মানিবলগীয়াত্ত পৰিলোঁৱেই দেখিছোঁ ! বাস্তবিকত অসমীয়াই বঙলা ভাষা নলৈ 'মাংসক খালে'। হায় !—বিদ্যানিধিৰ এই বিধৰ কথা শুনি আমাৰ পেডিৰ বন্দুকলৈ ( Paddy's gun ) মনত পৰিছে। পেডিয়ে এজনক তাৰ বন্দুকটো বেচিব খুজিছিল ; কিন্তু বন্দুকটোৰ সকলো আছিল, মাথোন lock, stock and barrel অর্থাৎ ঘোৰাটো, নলিচাডাল আৰু পাছৰ কাঠডোখৰ নাছিল। বিদ্যানিধিয়ে অসমীয়াক বেচিব খোজা তেওঁৰ বঙলা ভাষাৰ বন্দুকটোৰ, অসমীয়াই ব্যৱহাৰ কৰিবলৈ সকলোবোৰ আছে ; মাথোন সর্ব্বনাম, অব্যয়, ক্রিয়াপদ, বিভক্তিৰূপ, শব্দৰূপ, বর্ণবিন্যাস প্রণালী আদিৰ ঘোৰা আৰু নলিচাডাল এতিয়া নাই ! পুৰণি কালত আছিল। বাস্তবিকতে আজিকালিৰ এই শ্রেণীৰ বঙালী লেখকসকলৰ লেখা পঢ়িবলৈ গলে ধৈর্য্য ৰখা মস্কিল হৈ পৰে।

এই প্রবন্ধত বিদ্যানিধিয়ে কেইবাডোখৰো অসমীয়া ৰচনাৰ বঙলালৈ ভাঙনি দিছে। আমি তাহানি 'মৃণ্ময়ী'ত এডোখৰ অসমীয়া ৰচনা তেওঁক ভাঙিবলৈ দিছিলোঁ। তেওঁ আমাৰ অনুৰোধ নাৰাখিলে। পাহৰিছোঁ যে তেতিয়া তেওঁৰ হাতত হেমকোষ, হেম বৰুৱাৰ ব্যাকৰণ আৰু গুৱাহটীয়া 'আসামী ভদ্রলোক' বন্ধু পণ্ডিতৰ সহায় নাছিল !

এই প্রবন্ধতে বিদ্যানিধেয়ে তেওঁৰ "এক আসামী ভদ্রলোকেৰ নিকট যে উত্তৰ পাইয়াছি তাহা দীর্ঘ হইলেও উদ্ধৃত হইল" এই বুলি এটা দীঘল বঙলা প্রবন্ধ লেখিছে। এই চিঠি বা উত্তৰ বা প্রবন্ধৰ সম্পর্কে আমি

ইয়াকে কওঁ যে এই ভদ্ৰলোকজনৰ প্ৰবন্ধটো পঢ়ি আমি তেওঁক চিনি পেলাইছোঁ।—“বঁধু হে, তোমায় চিনেছি হে!” “নয়ন কোনে চাইবি যত। বাণ খাবি বাণ হান্‌বি তত!”—তেওঁৰ এনে লেখা আমি আগেয়েও ঘুকটিবলৈ পাইছিলো। তেওঁ আমি যাক অসমীয়া বোলোঁ। তেনে অসমীয়া বুলি বুকুত হাত দি কব পাৰে নে? অসমত চৰ্কাৰি চাকৰি আৰু কলেজৰ বৃত্তিৰ বেলিকা আৰু কলিকতালৈ আহিলে কলিকতাত অসমীয়া বুলি দাবী কৰিবৰ বেলিকা আৰু ভাষাৰ বেলিকা বঙলা ভাষা তেওঁলোকৰ মাতৃভাষা বুলি কওঁতা ‘অসমীয়া’ তেওঁ নহয় নে? তেওঁলোকক আচল অসমীয়াই নিচিনে নে? এই ‘অসমীয়াজনৰ’ চিঠি বা প্ৰবন্ধটো বিদ্যানিধিয়ে অসমীয়া ভদ্ৰলোকৰ পৰা পোৱা চিঠি বোলাত বিদ্যানিধিৰ আৰু তেওঁৰ বন্ধুৰ টেঙৰালিৰ বাহিৰে আমি একো বুলি আমি বুজা নাই আৰু সেইদেখি তাৰ মূল্য ফুটুকাৰ ফেনসোপা।

বিদ্যানিধিৰ কোলাত উঠি ‘প্ৰবাসী’ কাকতৰ সবাহত বহা ‘আসামী ভদ্ৰলোক’জনে তেওঁৰ চিঠিত অসমীয়া মাহেকীয়া কাকতৰ বিষয়ে উল্লেখ কৰোঁতে লেখিছে—“ডিব্ৰুগৰিয়ানী মাহিলী আলোচনী”, “কলিকতানী বাঁহী” ইত্যাদি। আমি ভদ্ৰলোকজনৰ লিঙ্গজ্ঞান প্ৰখৰ হোৱা দেখি সন্তোষ পাইছোঁ। তেৰোঁ বিদ্যানিধিৰে সৈতে যেনেকৈ পুং ক্লীং সুবন্ত হলন্ত আদিত যোগ দিছে, এনে নোহোৱাটোৱেইহে আচৰিত। “আসামী ভদ্ৰলোকজনৰ” চিঠিখনত নানা কথা আৰু বৰ চোক আছে। পঢ়িলে মনত খেলায় যে he has got his own axe to grind also” অৰ্থাৎ অসমীয়া ভাষা আৰু লেখকসকলৰ বিৰুদ্ধে, ঘাইকৈ বাঁহীৰ বিৰুদ্ধে তেওঁৰো সুকীয়া ‘আখেজ’ আছে, যাৰ পোটক তেওঁ বিদ্যানিধিৰ লগতে লগ লাগি তুলিবলৈ গৈছে। তেওঁৰ চিঠিখনত নতুন ‘দোক্তা’ বা “চাদা-ধপাতৰ” নিচিনা ইমান চোক আছে যে বিদ্যানিধিয়েই তাত অলপ ‘চূণ আৰু খয়েৰ’ দি তাৰ চোক কমাই দিবলৈ চেষ্টা কৰিছে,—“পত্ৰলেখক মহাশয় নানা বিষয়েৰ আলোচনা কৰিয়াছেন। হয়ত স্থানে স্থানে অত্যুক্তি ও তীব্ৰতাৰ দোষে পড়িয়াছেন। আসামী ও বাঙ্গালা ভাষা

এক বলি আৰ না বলি, সংস্কৃত ভাষাৰ বিবৰ্তনে কোন ভাষা কোন দিকে ছলিয়াছে, তাহা বুঝা স্পষ্ট হইতেছে।"

সিদিনা বঙলা কাকত এখনত গোটাচেৰেক কবিতা পঢ়িছিলোঁ। তাৰ ফাকিচেৰেক তলত তুলি দিলোঁ।—

(১) "ও ঈশ্বৰ অৰজী উৰ ধাৰো, ছুনিয়ানা দুঃখ নিবাৰো ৰাজ, দয়া কৰ হৰে দীনবন্ধু।"

(২) "যে পৰোপকাৰী ছে পূৰা, এপন নথি ৰক্ষা অধুৰা ৰাজ।—
জো থম্ভ অড়্গা ডগশে জ্যাৰে, জগ ৰেহেসে সা৲ৰাধাৰে ৰাজ।"

(৩) সামল ৰে শ্ৰীকৃষ্ণ অমাৰি বিনতি ; কনবী কেৰা দুঃখনী কহু কথায় জো। দে দুঃখ ঢালী অবনীনা আধাতু ; অমথী ৰাখো তমে ৰাম ৰেহি বায়জো।"

(১) ভাঙনি—হে ঈশ্বৰ! প্ৰাৰ্থনা (অৰজী = আৰ্জি) শুনা হে ৰাজ! ছুনিয়াৰ দুখ নিবাৰণ কৰাঁ। হে হৰে দীনবন্ধু! দয়া কৰাঁ।

(২) যি পূৰা পৰোপকাৰী, (হে = আছে), হে ৰাজ এতিয়া (এপন) তাৰো ৰক্ষা নাই (নথি)! যি স্তম্ভৰ (জো থম্ভ) ওপৰত জগৎ স্থিত সি ভাগিলে জগৎ ওপৰত ৰব ?

(৩) হে কৃষ্ণ! আমাৰ মিনতি শুনা। (সামল, সম্ভাল, চম্ভাল), কনবী কেৰাই (কবিৰ নাম) দুখ বৰ্ণনা কৰিছে, দুখ দূৰ কৰাঁ, তুমিয়েই অৱনীৰ আধাৰ। হে ৰাম! তুমিয়েই (তমে) আমাক ইয়াত (অমথী) ৰাখিছা সেই বাবে আছোঁ।

আমি গুজৰাটী ভাষৰ একো নেজানো। আমাৰ হাতত গুজৰাটী ভাষাৰ অভিধান বা ব্যাকৰণ একো নাই। আমি স্কুলত পুং ক্লিং নিজন্ত শিকোৱা পণ্ডিতো নহওঁ, তথাপি ওপৰৰ তিনি ডোখৰৰ এক ৰকম মানে বুজিছোঁ ; কাৰণ সি সংস্কৃতমূলক। অধ্যাপক বিদ্যানিধিক কওঁ যে তেওঁ এই গুজৰাটী কেডোখৰৰ শব্দবোৰৰ বূ্যৎপৰ্ত্তি উলিয়াই চাওক আৰু চালে দেখিব যে সেইবোৰ বঙলাৰে সৈতে মিলে। এতেকে গুজৰাটী তেওঁ বঙলাৰ ভিতৰুৱা কৰক। অকল আমাৰ দুখীয়া অসমীয়া ভাষাটোৰ

ওপৰতে তেওঁ ইমানকৈ 'নজৰ' দি থাকে কিয় ? তেওঁ ভাৰতীয় প্ৰধান ভাষাবোৰৰ একোখন কোষ আৰু ব্যাকৰণ গোটাই লৈ কাৰ্য্যত প্ৰবৃত্ত হলে, অলপতে নিশ্চয় সেইবোৰবে সৈতে বঙলাৰ সাদৃশ্য উলিয়াই সেইবোৰ বঙলা ভাষাৰ ৰাজ্যৰ কৰতলীয়া কৰিব পাৰিব। তেওঁৰ গোটেইটো বিপুল 'এনাৰ্জী' অসমীয়া ভাষাৰ ওপৰতে খৰচ নকৰি আন ফালেও ভগাই দিয়ক।

শেহত কওঁ যে আমি এই প্ৰবন্ধটো বঙলাত লেখি বঙলা কাকতলৈ পঠিয়াব খুজিছিলো। কিন্তু পিছত ভাবিলোঁ। ওহু ! নপঠিয়াওঁ ; কিয়নো বিদ্যানিধি আগেয়ে যি আছিল আছিল, এতিয়া তেওঁ অসমীয়া ভাষাত বিদগ্ধ হৈছেই যেতিয়া, তেওঁ আমাৰ প্ৰবন্ধৰ মানে সৰসৰীয়াকৈ বুজিবই আৰু বুজি তেওঁৰ বক্তব্য বঙলা ভাষাৰ 'গ্ৰাম্য' তাণ্ডৱণ আমাৰ অসমীয়াত লেখি বাঁহীলৈ কিজানি পঠিয়াবই আৰু পঠিয়ালে সেই শ্ৰীবৎসটি বুকুত কিজানি ধাৰণ কৰিবই। *

---

* বাঁহী : ৩য় বছৰ, ১১শ সংখ্যা ( আহিন, ১৮৩৩ শক )

# অসম ছাত্র-সম্মিলনৰ সভাপতিৰ ভাষণ

নগৰীয়া ছাত্ৰ আৰু বন্ধুসকল! পৰমেশ্বৰৰ কৃপাত আমি আজি এই সভাঘৰত গোট খাইছোঁহক। তেওঁৰ অশেষ করুণা যে উদ্যোগী ডেকাসকলৰ মনত তেওঁ খুন্দিয়াই দি অসমত প্ৰথম এই ছাত্ৰসকলৰ মহাসভা, তেওঁলোকৰ দ্বাৰাই আহ্বান কৰোৱাইছে। বন্ধুসকল! কাৰ্য্য আৰম্ভণৰ আদিতে আহক, আমি তেওঁৰ চৰণত নমস্কাৰ কৰি প্ৰাৰ্থনা কৰোঁহক, যেন আমাৰ সভাৰ সকলো কাৰ্য্য সুকলমে সম্পাদিত হয়।

মই পোনপ্ৰথমতে একে আষাৰেই কওঁ যে এই আসন গ্ৰহণ কৰিবৰ যোগ্যতা মোৰ সমূলি নাই। সেইটো মই বঢ়িয়াকৈ জানিও যে তালৈ নিৰ্ভয়ে আহিছোঁ, তাৰ কাৰণ—আপোনাসকলৰ একান্ত ইচ্ছা আৰু অনুৰোধ আৰু মোৰ প্ৰতি মৰম। মোলৈ আপোনাসকলৰ মৰম আৰু দয়া যে অধিক সেইটো মই বুজিছোঁ, নহলে নিশ্চয় মোৰ অযোগ্যতাৰ ফালে আপোনাসকলৰ চকু পৰিলহেঁতেন আৰু এনে গুৰুভাৰ মোৰ ওপৰত আপোনাসকলে কেতিয়াও অৰ্পণ নকৰিলেহেঁতেন। আজি ত্ৰিশ বছৰ মই অসম মাতৃৰ কোলা এৰি বিদেশত থাকি একপ্ৰকাৰ বিদেশী হৈ পৰিছোঁ। এনে স্থলতো যে আপোনাসকলে এই নিঃকিনলৈ নাপাহৰি, বিদেশৰ এচুকত নগণ্যভাৱে পৰি থকা এই অধম অযোগ্য ভাইক মৰমৰ জৰীৰে টানি আনি এনে সম্মানৰ আসনত বহুৱাইছে, সেইটোৱেই আপোনাসকলৰ কেনে উদাৰ হিয়াৰ চিনাকি দিছে, সেই কথা আপোনা-সকলে মন কৰি চাইছে নে নাই কব নোৱাৰোঁ, কিন্তু কথাটো হলে জল্‌জল পট্‌পট্। আপোনাসকলৰ এই উদাৰতা আৰু মৰম-চেনেহৰ প্ৰতিদান দিবলৈ মোৰ যোগ্যতা নাই সঁচা ; কিন্তু অসম আৰু অসমীয়াৰ প্ৰতি শ্ৰদ্ধা, কৃতজ্ঞতা আৰু উপচি যোৱা প্ৰেম, এই নিঃকিনৰ হিয়াত

আছে এইটো হলে ধুকুপ আৰু তাকে সমল কৰি লৈ আজি লাজ নকৰাকৈ আপোনাসকলৰ আগত থিয়ও হৈছোঁ। অসম আয়ে এই সভাক নিমিত্ত কৰি আপোনাসকলৰ হতুৱাই মোক যি আদৰ সাদৰ কৰিছে, সি বাইবেলত লিখা 'প্ৰদিগেল্ ছন্' অৰ্থাৎ অপব্যয়ী অপৰাধী পুত্ৰৰ ইতিহাস মোৰ মনত পেলাই দিছে।

আৰু একাষাৰ কথা এতিয়াই কৈ থওঁ যে মোৰ পৰা যদি কিবা নতুন কথা শুনিব বা কোনো নতুন জ্ঞানৰ শিক্ষা পাম বুলি আপোনা-সকলে আশা কৰিছে তেন্তে নিশ্চয় নিৰাশ হব; কাৰণ আপোনা-সকলৰ বহুতে মোতকৈ সৰহ লেখা-পঢ়া শিকিছে, সৰহ কিতাপ পঢ়ি সৰহকৈ জ্ঞান উপাৰ্জ্জন কৰিছে, সৰহ বহুদৰ্শিতা লাভ কৰিছে—যদিও মোৰ বয়স সৰহ। দুখৰ বিষয় এই পৃথিৱীত বয়স-বৃদ্ধিৰ লগে লগে জ্ঞান-বিদ্যাৰ আহলবহল বৃদ্ধি সকলো লোকতে সদায় নঘটে আৰু দুখৰ বিষয় যে সেইটো আপোনাসকলে বঢ়িয়াকৈ জানে নতুবা আজি পকা চুলিৰে, লুইতৰ চপৰা যেন এই জপৰা মূৰ গহীনকৈ জোকাৰি, নিস্তেজ চকুত তেজাল বিতচকু লগাই, গহীনকৈ আষাৰচেৰেক পলসুৱা কথা কৈ ভব্যগব্য সভাপতি বোলাই আপোনাসকলৰ পৰা হাতচাপৰি এভাৰমান কিজানি লৈ যাব পাৰিলোঁহেতেন। কিন্তু তেনে দুৰাশা নকৰোঁ, কাৰণ কৰিলে সি সফল হবৰ আগন্তুকো নাই আৰু বাস্তবিক পক্ষত হবৰ সকামো নাই; কিয়নো এই পৰদেশবাসী অপদাৰ্থ অসমীয়াৰ আকাঙ্ক্ষা তেওঁৰ ভাইসকলৰ পৰা ভ্ৰাতৃস্নেহহে, টপ্ টপ্ কৰে শব্দ ওলাই থিতাতে মাৰ যোৱা হাতচাপৰি নহয়।

বন্ধুসকল! আজি সঁচাকৈয়ে আমাৰ বৰ আনন্দৰ দিন। আমাৰ দেশৰ চাৰিওফালৰ পৰা ছাত্ৰসকল আহি এক ঠাইতে গোট খাইছে; যিসকলৰ ওপৰতে অসমৰ ভৱিষ্যত নিৰ্ভৰ, যি সকলেই আজিৰ ছাত্ৰ, কিন্তু কাইলৈ অসম আইৰ মুখ পোহৰ কৰোঁতা গোটেই সৰ্ব্বহ অতি লাগতিয়াল প্ৰজা। একান্ত মনেৰে বাগেদৱীৰ মন্দিৰত জ্ঞান-চৰ্চ্চা কৰোঁতা এই ব্ৰহ্মচৰ্য্য ব্ৰতাৱলম্বী ছাত্ৰসকলৰ উৎসাহদীপ্ত মুখ দেখি

এনে কোন আছে যাৰ হৃদয়ত বিমল আনন্দৰ সোঁত নবলিব? এনে কোন আছে, যি আজিৰ এই সভাঘৰত পুঞ্জীভূত হোৱা প্ৰফুল্ল উদ্যম আৰু প্ৰস্ফুটিত আশা সমষ্টিৰ একে ঠাইতে সমাৱেশ দেখি আৰু তাৰ সংসৰ্গলৈ আহি, নিজেও তেনেৰূপে অনুপ্ৰাণিত হৈ প্ৰদীপ্ত নহব? নাহিলেঁ।হেঁতেন, যদি মোৰ মনত এইটো ভাবে বৰকৈ নেখেলালেহেঁতেন যে মই অনেক কালৰ মূৰত মোৰ নিজৰ দেশত মোৰ দেশীয় ভাইসকলৰ সঙ্গ লভি দুই চাইটা (লাগতিয়ালেই হওক বা অলাগতিয়ালেই হওক) কথা কৈ পৰম সুখ ভোগ কৰিবলৈ পাম আৰু মোৰ ফপছুতা কথা আষাৰচেৰেকেৰে তেওঁলোকৰ কিবা উপকাৰ অপকাৰ হওক নহওক বৰং মই তেওঁলোকেৰে চিনাকি হৈ আলাপ-পৰিচয় কৰি, তেওঁলোকৰ মুখৰ পৰাও অনেক ভাল কথা শুনি মোৰ নিজৰে জ্ঞানৰ সীমা বঢ়াব পাৰিম। গুৱাহাটীত এই সভা বহাটো অতি শোভন কাৰ্য্য হৈছে। এই প্ৰাগ্‌জ্যোতিষপুৰতে আৰ্য্যসকলৰ জ্যোতিৰ্ব্বিদ্যাৰ প্ৰথম বিকাশ আৰু উন্নতিৰ চৰম প্ৰকাশ। জ্ঞানৰ অৰুণ কিৰণ পূৰৱ এই আকাশৰ পৰাই বিকীৰ্ণ হৈ চাৰিওফালে বিয়পি পৰিছিল। অসমক এতিয়া 'বেক্‌ৱাৰ্ড' পাছলৈ যোৱাকে বোলক বা 'বিনাইটেড' এন্ধাৰকে বোলক নাইবা ষৰুৱা মাতেৰে কোনোৱে ইয়াক জকাইচুককে বোলক, এইটো স্বীকাৰ কৰিবই লাগিব যে জ্যোতিৰ্ব্বিদ্যাৰ জনম আৰু চৰম উন্নতি ইয়াতে, তন্ত্ৰৰ জনম আৰু চৰম উন্নতি ইয়াতে, বৈষ্ণৱ ধৰ্ম্মৰ সম্পূৰ্ণৰূপে মহাবিকাশ ইয়াতে আৰু ইয়াতে তাৰ চূৰান্ত পয়োভৰ। ইয়াতেই, এই প্ৰাগ্‌জ্যোতিষতেই অজ্ঞান "ৰজনী বিদূৰ দিশ ধৰলি বৰণ" আৰু সেই অজ্ঞান "তিমিৰ ফিৰিয়া বাজ" জ্ঞান "ৰবিৰ কিৰণ।" ঈশ্বৰে কৰক, এতিয়াও যেন অচিৰতে ইয়াত আকৌ বিদ্যাৰ 'শতপত্ৰ বিকশিত' হয় আৰু বিদ্যাৰ্থী ছাত্ৰ-ভ্ৰমৰসকলে শতপত্ৰত উৰি পৰি বিদ্যা-মধু পান কৰি আৰু জ্ঞানচৰ্চ্চা কৰোঁতাসকলে জ্ঞানৰ গুণ গাই শাস্ত্ৰ-দধি মথি সকলোকে জ্ঞান-লৰণু মাখন বিতৰণ কৰে। সদায় আঁউসী নেথাকে। কোনো এটা জাতিৰ জীৱনতো আঁউসীৰ নেৰানেপেৰা নিশা নেথাকে।

আঁউসীৰ পিছত প্ৰতিপদ, দ্বিতীয়া আদি আৰু শেহত পূৰ্ণিমা আছেই। এই কটন কলেজ অসমৰ শুক্লা দ্বিতীয়া। ই নিশ্চয় কলা-কলাকৈ বাঢ়ি যাবই যাব! এই অলপ দিনৰ ভিতৰতে এই কলেজৰ যহতে আমাৰ শিক্ষিত ডেকাৰ লেখ কত বাঢ়িছে। এই কলেজৰ যহতে ইয়াৰ ভিতৰতে আমাৰ ডেকাসকলে সুবিধা পাই অঘটন ঘটাইছে; বিশ্ববিদ্যালয়ৰ পৰীক্ষাত আন দেশৰ মেধাবী ছাতৰসকলেৰে সৈতে সমানে অৰিয়াঅৰি কৰি জয়লাভ কৰিছে। এই কলেজ হবৰ আগেয়ে কোনোবাই ভাবিব পাৰিছিল নে যে অসমীয়া ছাতৰে যি অতি কষ্টেমষ্টেহে তৃতীয় বা দ্বিতীয় বিভাগত বিশ্ববিদ্যালয়ৰ মহলাত উঠিব পাৰে—প্ৰথম দ্বিতীয় ঠাই অধিকাৰ কৰিব পাৰিব? যি ভোটাবুধীয়া, অজগো ইত্যাদি বিশেষণেৰেহে অসমীয়া ছাতৰক বিভূষিত কৰিছিল, এতিয়া তেনেলোকে অসমীয়াৰ কৃতকাৰ্য্যতা দেখি অবাক হৈছে। বন্ধুসকল! ঈশ্বৰত মতিগতি ৰাখি, সু-ভাৱ, সজ চিন্তাৰ সমল বুকুত বান্ধি লৈ আপোনাসকলে এহাগুধীয়া-ভাৱে নিজৰ কৰ্ত্তব্য পালন কৰি যাওক। দেখিব, যি ফললাভ এতিয়া হৈছে তাতোকৈ এশগুণে সৰহ আৰু বহুমূলীয়া ফললাভ অচিৰতে হব। তাহানি প্ৰথমতে গুৱাহাটীত যেতিয়া এই কলেজ স্থাপন কৰা হবৰ কথা হয়, তেতিয়া এই প্ৰস্তাবৰ বিপক্ষে কত আপত্তি, কত তৰ্ক চলিছিল, তাৰ লেখ-জোখ নাছিল। অসমৰ উজ্জ্বল ৰত্ন অশেষ গুণভাজন স্বৰ্গীয় মাণিকচন্দ্ৰ বৰুৱাৰ কত যত্ন, কত চেষ্টা, এই কলেজ ইয়াত হবলৈ। সকলো বাধা-বিঘিনি অতিক্ৰম কৰি শেহত তেওঁৰ জয় হল। গুৱাহাটীত কলেজ হল আৰু সেই কলেজৰ প্ৰথম সুফল তেওঁ নিজ চকুৰেই দেখি গল। আজি আপোনাসকলৰ সভাত যাক যোগ্য পাতি সভাপতিৰ আসন আপোনা-সকলে অযথা কৃপা কৰি দিছে, সেই অযোগ্য নগণ্যৰো এই কলেজৰ সাৰ্থকতাত যে কি আনন্দ তাক কৈ ওৰ পেলাব নোৱাৰি--বিশেষকৈ আৰু এই বাবে যে কেৰ্কেটুৱাই বাঁহপাতেৰে ৰামৰ সেতু বন্ধনত সহায় কৰাৰ দৰে তেৱোঁ, গুৱাহাটীত কলেজৰ সলনি কলিকতাত হোষ্টেল হব লাগে, এই প্ৰস্তাৱৰ বিপক্ষে আৰু গুৱাহাটীত কলেজ হোৱাৰ সপক্ষে তেওঁৰ দুৰ্ব্বল লেখনীৰে যথাশক্তি সহায় কৰিছিল।

অসমৰ নিচিনা এখন দেশে সকলো আৱশ্যকীয় বিষয়ত লোকক হাত পাতিব নলগীয়া হোৱাটো যে কিমান লাগতিয়াল কথা তাক কৈ ওৰ পেলাব নোৱাৰি। আমাৰ ঘাই অভাৱ আৰ্টছ্ কলেজ, তাৰ পিছত ল কলেজৰ। এই অভাৱ ব্যৱস্থাপক সভাই মোচন কৰিলে। ইয়াৰ পিছত বাকীবোৰ যেনে কলিকতা বিশ্ববিদ্যালয়ৰ ছিনেটত আৰু ছিণ্ডিকেটত আমাৰ অসমীয়া 'ফেলো' আৰু তাৰ পিছত আমাৰ অসমৰ নিমিত্তে স্বকীয়া বিশ্ববিদ্যালয়, অসমত চীফ কোৰ্ট বা হাইকোৰ্ট সম্প্ৰতি কলিকতাৰ হাইকোৰ্টও অসমীয়া জজ ইত্যাদি আমি অচিৰতে পাম বুলি আশা কৰিব লাগিছোঁ। ঈশ্বৰে আমাৰ আশা নিশ্চয় সোনকালে সাফল কৰিব। কিন্তু এইবোৰ পাবলৈ আমি সকলো প্ৰকাৰে যোগ্য হোৱা আৱশ্যক। নিশ্চয়কৈ কৈছোঁ—সংসাৰ-চক্ৰৰ শত আঘাতত জৰ্জ্জৰিত, ব্যথিত এই বুঢ়াৰ শুকান হৃদয়তো আজি আনন্দৰ ধল আহিছে আৰু ডেকা বন্ধুসকলৰ উৎসাহ-বসন্তৰ বা লাগি এই শুকান গছতো আজি পোখা মেলিছে।

গুৱাহাটীত ষ্টুডেণ্টছ্ কনফাৰেঞ্চ্ বা ছাত্ৰসকলৰ সম্মেলনী কৰিবৰ এই ভাব অতি সুন্দৰ ভাব আৰু নিশ্চয় এই কাৰ্য্যৰ পৰা আগলৈ অনেক সুফল ফলিব। প্ৰথমতেতো ই ছাত্ৰসকলৰ ভিতৰত ভ্ৰাতৃভাবৰ গুটি সিঁচিবই, তাৰ উপৰি ই তেওঁলোকক একতাৰ বান্ধোনেৰে বান্ধি নিজৰ মঙ্গলকৰ আৰু স্বদেশহিতকৰ কাৰ্য্যলৈ বলৱন্ত কৰি তুলিব। উঠি অহা ছাত্ৰসকলৰ সমৱেত শক্তি বৰ ডাঙৰ শক্তি। সি উপলুঙাৰ পাত্ৰ নহয়। জগতৰ ইতিহাসৰ পাতে পাতে ছাত্ৰসকলৰ সম্মিলিত শক্তিৰ মহাপ্ৰভাৱ জিলিকি আছে। ইটালি, গ্ৰীচ, ৰুছিয়া প্ৰভৃতি দেশৰ উদগতিৰ মূলত প্ৰবল ছাত্ৰশক্তিয়ে কাৰ্য্য কৰাৰ কথা কোনে নেজানে? অক্সফোৰ্ড, কেম্ব্ৰিজ, ইটন, হেৰোৰ বিদ্যালয়ৰ চাৰিবেৰৰ ভিতৰতেই যে ঘাইকৈ বৃটিছ সাম্ৰাজ্যৰ জনম, চিন্তাশীলসকলে এই কথা স্বীকাৰ কৰিবই লাগিব। আজিৰ সুসভ্য জাপানৰ উদগতিৰ বুৰঞ্জীৰ সোঁতৰ আঁতিগুৰি বিচাৰিলে জাপানৰ বিশ্ববিদ্যালয়ৰ খোঁটালিত নোলাই নোৱাৰে। পুৰণি চীনৰ

টোপনিৰ ব্যাঘাত ঘটাই তাক আজিৰ নতুন চীন কৰি তোলে তাসকলৰ গুৰিত ছাত্ৰসকলৰ প্ৰভাৱ। এই কালৰ কথাকে নেলাগে, প্ৰাচীন কাললৈ চকু দিলেও দেখি যে পৃথিৱীৰ ভিতৰত পুৰণি ভাৰতক সকলোৱে নমস্য কৰি তোলেঁতাসকল সেই কালৰ বিদ্যাৰ আলয় তপোবনবাসী, আশ্ৰমবাসী আৰ্য্য ঋষি গুৰু আৰু ছাতৰসকল।

কিন্তু ছাত্ৰশক্তি যদিও প্ৰবল শক্তি, সি সংযত হলেহে দেশহিতকৰ হব ; নতুবা সি অনৰ্থ উৎপাদন কৰে। প্ৰবল ভাপ কল ( ষ্টীম ইঞ্জিন ) সংযত আৰু নিয়মৰ বশীভূত হলেহে তাৰ দ্বাৰাই মহোপকাৰ সাধিত হয় নতুবা অসংযত আৰু উদ্দাম শক্তিপুঞ্জৰ দ্বাৰাই অনৰ্থহে সংঘটিত হয়। সংযম দুই ভাৱে হব লাগিব। ব্যক্তি আৰু সমষ্টিভাৱে আৰু সমাজ-গতভাৱে অৰ্থাৎ উজুকৈ কবলৈ গলে—গাইগোটা ভাৱেও আৰু সৈয়া ভাৱেও। গাইগোটা সংযম ছাতৰসকলে দিনৌ সকলো ৰকমে নিজৰ জীৱনত কৰি থকা উচিত। কিন্তু সৈয়া-সংযম আজিৰ এই ছাত্ৰ-সন্মেলনীৰ নিচিনা সভা-সমিতিৰ বান্ধোন আৰু শাসনৰ তলতহে ওপজে আৰু বাঢে। ঈশ্বৰে কৰক যেন অসমত প্ৰথম এই ডাঙৰ ছাত্ৰ-সন্মেলনীয়ে অসমীয়া ছাত্ৰসকলৰ ওপৰত সকলো প্ৰকাৰৰ সুপ্ৰভাৱ বিস্তাৰ কৰি তেওঁলোকক ভৱিষ্যতৰ আদৰ্শ নাগৰিক কৰি তোলে।

জগতত সকলো শৃঙ্খলিত সংযত আৰু নিয়মৰ তলতীয়া। উদ্দাম উশৃঙ্খলতালৈ ঈশ্বৰৰ ৰাজ্যত ঠাই নাই। চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, নক্ষত্ৰৰ পৰা গছ লতা পশু পতং আৰু ক্ষুদ্ৰাতিক্ষুদ্ৰ ধূলিকণালৈকে সকলো অখণ্ডনীয় নিয়মৰ বশীভূত হৈ চলিছে। তেন্তে কিয় আমি উদ্দাম অসংযতভাৱে চলি নিজৰ আৰু পৰৰ অনৰ্থ ঘটাওঁ আৰু ঈশ্বৰৰ নিয়মৰ বিৰোধী হৈ থিয় হৈ এই জীৱন দুখময় আৰু অসাৰ্থক কৰোঁ ?

ছাত্ৰবন্ধুসকল! এইটো মই বিশেষভাৱে আপোনাসকলক কওঁ যে যদি আপোনাসকলে নিজৰ এই মূল্যৱান জীৱন সাৰ্থক কৰি স্বদেশ, স্বজাতি আৰু বিৰাট মনুষ্য সমাজৰ উপকাৰত লগাব খুজিছে, তেন্তে ঈশ্বৰবিশ্বাসী হৈ ঈশ্বৰৰ অভিপ্ৰায় আৰু নিয়ম-কাৰণৰ প্ৰণালীয়েদি নিজৰ

জীৱন ব্যৱস্থিত কৰক; কাৰণ কৰিবই লাগিব, নকৰিলে নচলে পাহৰিলে নচলিব যে এইটো ছাত্ৰজীৱন গঠনৰ প্ৰথম আৰু ঘাই কথা। দুখৰ বিষয় আজিকালি শিক্ষিত ডেকা ছাত্ৰসকলৰ ভিতৰত ভালেমানে এই কথাটোৰ গুৰুত্ব ভালকৈ উপলব্ধি নকৰে আৰু ফলত তেওঁলোকৰ জীৱন নৈৰাশ্যৰ এন্ধাৰৰ ধেমালিৰ পুতলা হয়। এই ডাঙৰ কথাটোলৈ যথোপযুক্ত মন নিদি চলি কত মেধাৱী সুন্দৰ ডেকাই অনাহকত 'পেছিমিষ্ট' (দুখবাদী) হৈ নিজৰ দুখ নিজে মাতি আনিছে,—দেখিলে মনত বৰ বেজাৰ লাগে। ঈশ্বৰ সত্যং শিৱং সুন্দৰম্। তেওঁৰ ৰাজ্যত অসত্য, অশিৱ, অসুন্দৰৰ আদৰ কিয়? তেওঁ ভূমানন্দ। তেওঁৰ অংশ আমি নিৰানন্দক বৰণ কৰোঁ কি বুলি? তেওঁ অখণ্ড সুখ। তেওঁৰ সন্তান আমি অসুখক আদৰি আনি আমাৰ ঘৰঘৰত বৰপীৰা পাৰি দি বহুৱাই নিজক অসুখী কৰোঁ কোন কাৰণত? আমাৰ লগৰীয়া ছাত্ৰ বন্ধুসকলৰ ভিতৰত অনেকে নানা দৰ্শন-বিজ্ঞানৰ শাস্ত্ৰ পঢ়িছে, নানা শ্ৰেণীৰ দাৰ্শনিকসকলৰ অনেক কূটতৰ্কৰ সূক্ষ্ম আলোচনা নিজৰ মনতে, মালিনীয়ে মালা গোথাদি গুথি লৈছে আৰু তেওঁলোকৰ ভিতৰৰ কোনো কোনোজন ফ্ৰেঞ্চ দাৰ্শনিক কমৃটৰ পদাঙ্ক অনুসৰণ কৰি পজিটিভিষ্ট হৈছে, বিলাতী দাৰ্শনিক হিউম, মিল আদিৰ মতাৱলম্বী হৈ সন্দেহবাদী, অজ্ঞেয়বাদী বা নাস্তিক মত সমৰ্থনকাৰী হব খুজিছে,—নহলেও তৰ্কৰ নিমিত্তে তেনে ভাব তেওঁলোকে মনত পোষণ কৰিছে। এইটো নিশ্চয় যে তেনে মত বা ভাবৰ বিষময় ফলৰ কথা তেওঁলোকৰ মনত ভালকৈ এতিয়াও খেলোৱা নাই দেখিছে তেনে বাট তেওঁলোকৰ মনমোহা হৈ পৰিছে। ঈশ্বৰত বিশ্বাসেইহে যে আমাৰ স্বাভাৱিক অৱস্থা, ঈশ্বৰত বিহিত নিয়মতে আৰু ঈশ্বৰৰ অভিপ্ৰায়মতে আমাৰ জীৱন গঠন আৰু পৰিচালনাহে যে আমাৰ সহজ ভাব আৰু তাৰ বিপৰীতটো অস্বাভাৱিক, এইটো নুবুজা বা নেদেখাৰ নিমিত্তেহে এনে ভুল বাটে বাট বুলা হয়।

আমি যে এই জ্ঞান-বুদ্ধি আৰু শক্তিসম্পন্ন জীৱন পাইছোঁ, কৰ পৰা

পালোঁ ? নিশ্চয় এনে এঠাইৰ আৰু এগৰাকীৰ পৰা পাইছোঁ যি সেই-বোৰৰ অনন্ত, অখণ্ড, ধাৰ নিছিগা ভঁৰাল। জড়, চেতন সকলোৰে গুৰিত এনে এজন আছে, যাৰ পৰা অবিশ্ৰামৰূপে সেইবোৰ আহিব লাগিছে। সেই অনন্ত, অব্যয়, শক্তিমন্ত পুৰুষে নিৰবছিন্নভাৱে সৃষ্টি কৰিব লাগিছে, অলৰ অচৰ বিধি বিহিব লাগিছে। আমাৰ জীৱনৰ প্ৰত্যেক মুহূৰ্ত্তৰ প্ৰত্যেক কামতে সেই জনৰ হাত বৰ্ত্তমান। ক্ষুদ্ৰ বালিচাহী, ক্ষুদ্ৰাতিক্ষুদ্ৰ পৰমাণু এটিও যে নিয়মৰ বহিভূৰ্ত নহয়, সেইটো আমি সততে দেখি আছোঁ। যদি এইটো সঁচা, তেন্তে কাজে-কাজেই এইটোও সঁচা নহয় নে যে এই আইন বা নিয়ম কৰোঁতাজন আৰু এই নানা ৰূপে বিকশিত শক্তিৰ নিয়ন্তাজন, আমি দেখা নিয়ম আৰু শক্তিতকৈ ডাঙৰ ? সেই জনকেহেতো আমি পৰমেশ্বৰ বোলোঁ। এখন মহাসমুদ্ৰৰ পৰা পানী ওলাই আহি নানা হ্ৰদত ভাগ হলেও যেনেকৈ সেই হ্ৰদৰ ভাগৰ পানী মহাসমুদ্ৰৰ পানীৰে একে, মাথোন আয়তন আৰু পৰিমাণত তাকৰ বা সৰু, সেইদৰে ক্ষুদ্ৰ আমি, সৰু আমি, সেই মহা ঈশ্বৰৰ পৰা ওলাই আহিছোঁ যদিও তথাপি তেওঁৰে সৈতে একে। আমি ক্ষুদ্ৰাতিক্ষুদ্ৰ সেই বাবে আমাৰ শকতি তেওঁৰ শক্তিৰ তুলনাত ক্ষুদ্ৰাতিক্ষুদ্ৰ হবই। সমুদ্ৰৰ পৰা উৎপন্ন হোৱা ক্ষুদ্ৰ হ্ৰদত ভাগৰ গুৰি সমুদ্ৰ আৰু সমুদ্ৰৰ পানীৰ প্ৰৱাহেহে সেইবোৰক পূৰাই ৰাখে নতুবা সেইবোৰ শুকাই যাব। সেইদৰে আমাৰ অস্তিত্ব, আমাৰ তেজ সেই মহেশ্বৰৰ পৰা সততে পাই থাকিলেহে আমি মুগুকুৰাকৈ সতেজ হৈ জীয়াই থাকিব পাৰোঁ।

তেনেহলে আমি আমাৰ হৃদয়ৰ দুৱাৰ এনেকৈ মেলি ৰাখিব লাগিব, যাতে সততে সেই পৰমপুৰুষ ঈশ্বৰৰ প্ৰৱাহ আমাৰ ভিতৰলৈ আহি থাকিবলৈ পায়। ঈশ্বৰেৰে সৈতে যে আমি অভিন্ন, আমাৰ গুৰি যে তেওঁ, এই কথা আমি পাহৰিব নেলাগে। কিন্তু এটোপা পানীতকৈ যেনেকৈ মহাসমুদ্ৰ লক্ষ কোটিগুণে শক্তিশালী আৰু মহান, সেইদৰে আমাৰ ঈশ্বৰো যে আমাতকৈ লক্ষ কোটিগুণে ডাঙৰ, সেই কথাও

পাহৰিব নেলাগে আৰু তেওঁৰে সৈতে সততে আমাৰ যোগ ৰাখি তেওঁৰ শক্তি, সামৰ্থ্য, প্ৰেম, কৰুণা, জ্ঞান, বিদ্যাৰ সোঁত আমাৰ ভিতৰলৈ ধাব নিছিগাকৈ আহি থাকিবলৈ দিব লাগিব নতুবা আমাৰ আধ্যাত্মিক মৃত্যু নিশ্চিত। এই যোগ ৰাখিবৰ উপায় তেওঁৰ বিহিত নিয়ম বিধি-বিধানেৰে পৰিচালিত হৈ তেওঁৰে সৈতে সদায় আমাক মিলাই ৰখা-টোৱেই। পৃথিৱীৰ ভিতৰত যিসকলে মহাপুৰুষ বুলি খ্যাতি লাভ কৰি গৈছে, সেইসকলে এইদৰে নিজৰে সৈতে পৰমেশ্বৰৰ শক্তিৰ প্ৰৱাহৰ মিল ৰাখিহে তেনে কৰিব পাৰিছে। তেওঁলোকে নিজৰ জীৱনৰ দুৱাৰ মুকলি কৰি সেই অনন্ত শক্তিশালীৰ শক্তিৰ সোঁত তালৈ বলাই নি নিজৰ জীৱনকো শক্তিশালী কৰি মহাপুৰুষ বা ঐশ্বৰিক পুৰুষ বা 'গড্ মেন' হৈছে। ঈশ্বৰৰ গুণ আৰু শক্তি সৰহকৈ যি মানুহত বিকশিত হয়, সেই জনেই মহাপুৰুষ বা শ্ৰেষ্ঠ মনুষ্য। অসীম শক্তিশালী অনন্ত ঈশ্বৰৰ অংশ বা সন্তান মানুহৰ শক্তিকো বেঢ়ি সীমাবদ্ধ কৰিব নোৱাৰি। সি সুস্থ হৈ থাকিলে বেৰ ভাঙি ওলাই বিয়পি যাবই। যি যিমান পৰিমাণে পৰমে-শ্বৰৰ শক্তিৰ প্ৰৱাহ নিজৰ জীৱনত সোমাবলৈ দিব সি সিমান পৰিমাণে গড্ মেন্ বা ঐশ্বৰিক শক্তিশালী পুৰুষ হব। আমি এই কথা নেভাবি, নেজানি, অনাহকত নিজকে সৰু কৰি কোঁচাই লৈহে বাওনা হওঁহক। মজাৰ কথা এইটোহে যে আমি যিমান নিজক অক্ষম, অপাৰগ মানুহ ভাবি সৰু কৰিম, সিমান আমি সৰু হৈ যাম আৰু যিমান ঈশ্বৰৰ সন্তান বা অংশ আৰু বাস্তৱতে আমাৰ সৈতে তেওঁৰ প্ৰকাৰৰ কোনো প্ৰভেদ নাই বুলি ভাবি তেওঁৰে সৈতে আমাৰ সংযোগ আৰু মিল ৰাখিম, সিমান আমি উন্নত হৈ যাম।

ঈশ্বৰক আমি চৰ্ম্ম-চকুৰে দেখিবলৈ নাই পোৱা বুলি যে তেওঁ নাই এনে নহয়। বাস্তৱিক পক্ষত আমি এই জগতৰ নিচেই তাকৰ ভাগ বস্তুহে আমাৰ চকুৰে দেখিবলৈ আৰু কাণেৰে শুনিবলৈ পাওঁ। আজিকালিৰ বিজ্ঞানে বিশেষভাৱে প্ৰমাণ কৰি দেখুৱাইছে যে আমি একপ্ৰকাৰ অন্ধ আৰু কলা। এই চকুৰে নেদেখা আৰু কাণেৰে

মুশুনা এনে অনেক বস্তু আছে, যাৰ অস্তিত্বৰ বিষয়ে সন্দেহ নাই। অধ্যাপক জগদীশ বসুৰ প্ৰস্তুত আৰ্টিফিচেল 'আই' বা কলৰ চকুৱে আমাৰ চকুৰে নেদেখা অনেক বস্তু দেখে। আমাৰ কাণে শুশুনা এনে শব্দ ইমান বেছি বিধৰ আছে যে সেইবোৰৰ বিষয়ে শব্দবিজ্ঞানে কোৱা বৃত্তান্ত অৱগত হলে আমি নিজক ধুমকলা মুবুলি থাকিব নোৱাৰোঁ। আমাৰ চকু-কাণ আদি ইন্দ্ৰিয় কিমান চোকা তাক জানিবলৈ বিজ্ঞানৰ কাষলৈকে যাব নেলাগে, দিনৌ আগতে ওলাই আছে। এটা কুকুৰে আমাতকৈ ভালকৈ শুনিবলৈ পায়। এটা মেকুৰীয়ে আমাতকৈ ভালকৈ দেখিবলৈ পায। এইটো আমাৰ ইন্দ্ৰিয়ৰ ক্ষমতা। এতেকে ঈশ্বৰৰ অস্তিত্বৰ বিষয়ে ইন্দ্ৰিয়ক সাক্ষী মানোতা প্ৰত্যক্ষবাদীসকলৰ ভেটি কিমান শকত বুজা গ'ল। বাস্তৱিক পক্ষত প্ৰত্যেক বস্তুৱেই আমাৰ দৃষ্টিৰ গোচৰ হোৱাৰ আগতে যে দৃষ্টিৰ অগোচৰত তাৰ অস্তিত্ব, তাক নুই কৰিব কোনে? সৃষ্ট দৃষ্ট পদাৰ্থৰ অস্তিত্ব অদৃষ্ট অৱস্থাত থাকিবই লাগিব নতুবা সি কৰ পৰা দৃষ্ট হবহি? শূন্যৰ পৰা শূন্যহে ওলাব পাৰে। অশূন্য বা বস্তু ওলাব নোৱাৰে। দৃষ্ট বস্তু পৰিৱৰ্ত্তনশীল, সেইদেখি অদৃষ্ট বস্তুহে বৰং 'ৰিয়েল' অৰ্থাৎ প্ৰকৃত। মূঠতে চিন অৰ্থাৎ দৃষ্ট বস্তু নেদেখাৰ অৰ্থাৎ অদৃষ্ট বস্তুৰ 'কজ্' অৰ্থাৎ কাৰণ। 'থট্' অৰ্থাৎ চিন্তাক কোনেও দেখিবলৈ নেপায়, কিন্তু সিয়েই পৰিব্যক্ত কাৰ্য্য আৰু সিয়েই বস্তুৰ সৃষ্টিকাৰক। বাক্য, চিন্তাৰ বাহিৰৰ পৰিব্যক্তি মাথোন। বাক্যই চিন্তাশক্তিক ব্যৱস্থিত কৰি এটা বিশেষ বাটত পেলায়। চিন্তা-বোৰ একো একোটা শক্তি। এইটো বৈজ্ঞানিক সত্য যে "Like attracts like" অৰ্থাৎ সমধৰ্ম্মী বস্তুৱে সমধৰ্ম্মী বস্তুক আকৰ্ষণ কৰে। আমি চকুৰে দেখা জগতত এইটো যেনে সত্য, নেদেখা জগততো এইটো তেনে সত্যই। সেই দেখি আমাৰ চিন্তা এনে 'গড্লি' সুনিৰ্ম্মল, শুদ্ধ আৰু পৱিত্ৰ হোৱা আৱশ্যক যে সি যেন নিৰ্ম্মল নিৰঞ্জন ঈশ্বৰৰ চিন্তা এনে বিপৰীতধৰ্ম্মী নহৈ সমধৰ্ম্মী হয়। তেনেহলেহে আমাৰ অধঃপতন নহৈ উদগতি হয়। সজ চিন্তা, সজ আলাপ, সৎসঙ্গ,

সজ কিতাপ পঢ়া সেইদেখি আমাৰ অতি আৱশ্যকীয়—কায়বাক্যমনেৰে আৱশ্যকীয় আৰু তেনেহলেহে আমাৰ উন্নতি অনিবাৰ্য্য। তেনেকৈ ইয়াৰ বিপৰীতমুখী জীৱনৰ অধোগতিও অনিবাৰ্য্য। আধ্যাত্মিক উন্নতিৰ কথা এৰিলেও, শৰীৰ নিৰুগীয়া কৰি ৰাখিবলৈ সজ চিন্তা, সজ আৰু উন্নত ভাৱ নহলে নহয়। কাৰণ যেনে চিন্তা আমাৰ শৰীৰৰ ভিতৰত সোমাব, সি তেনেকৈ আমাৰ শৰীৰক গঢ়ি নিব। চিন্তাৰে সৈতে শৰীৰৰ ঘনিষ্ঠ সম্পৰ্ক, তাক অস্বীকাৰ কৰিবৰ উপায় নাই। ভয়ৰ চিন্তাই গা থৰকবৰক লগোৱা কোনে দেখা নাই? খং আৰু আনন্দ আদিয়ে শৰীৰৰ পৰিৱৰ্ত্তন ঘটোৱা দিনৌ চকুৰ আগৰ ঘটনা। বৰ খঙৰ পিছত মূৰকামোৰণি ৰোগ ভুগা অনেক লোক দেখিছোঁ। হঠাৎ বৰ বেয়া বাতৰি, বৰ শোকৰ কথা শুনি মানুহ বিবৰ্ণ হৈ মূৰ্চ্ছা যোৱাটো আপোনাসকলে অনেকে দেখিছে। ডাক্তৰী শাস্ত্ৰত আছে যে তেনে অৱস্থাত মানুহৰ মুখৰ লেলাৱটি বিষাক্ত হয়। 'ছেনচুৱেলি' তলশ্ৰেণীৰ ৰিপুবিলাকৰ চিন্তাই শৰীৰক অধইচ প্ৰকাৰে উত্তেজিত কৰে। এইবোৰ শৰীৰৰ ওপৰত চিন্তাৰ প্ৰভাৱৰ কথা নহয় নে?

আমাৰ ডেকাসকলৰ বহুতক 'পেছিমিজিম্' অৰ্থাৎ জগৎ দুঃখময় বুলি দুঃখবাদক বৰণ কৰা দেখা যায়। সংসাৰত নানা দুখ-কষ্ট দেখি আৰু নিজেও ভুগি, যাইকৈ নিজৰ প্ৰদীপ্ত কল্পনাৰে সেইবোৰকে আৰু বেছিকৈ প্ৰদীপ্ত কৰি যে তেওঁলোকৰ মনৰ ভাৱ তেনে হয়, সেইটো বুজিব পাৰি। কিন্তু এইটো ঠিক যে সেইটো তেওঁলোকৰ অল্পদৃষ্টি বা অদীৰ্ঘ-দৰ্শিতাৰ ফল। নিজৰ দৃষ্টিক সীমাবদ্ধ কৰি ললেই অৰ্থাৎ দুঃখবাদলৈ ঠাই ওলায় আৰু সীমা বহলাই সম্পূৰ্ণকৈ চাব পাৰিলেই পোহৰৰ আগত এন্ধাৰ পলোৱাদি 'অপ্টিমিজিম'ৰ অৰ্থাৎ ঈশ্বৰৰ ৰচনা এই বিশ্বসংসাৰ সৰ্ব্বোৎকৃষ্ট আৰু সুখময় আৰু মধুময়, ঈশ্বৰৰ এই সৃষ্ট জগতো মধুময়—এই মতৰ আগত পেছিমিজিম পলায়। অখণ্ড অব্যয় ভূমানন্দ ঈশ্বৰৰ ৰাজ্যত নিৰানন্দ কত? সকলো সুখৰ অনন্ত আধাৰৰ সৃষ্টিত

অসুখ কত? কিন্তু তুমি কৰা অনেক, অনেক। ময়ো তোমাৰ সৈতে একে মত হৈ কওঁ 'অনেক' হয়, কিন্তু সেই অসুখ সেই নিৰানন্দবোৰ কাৰ সৃষ্টি? তোমাৰ নে তেওঁৰ? নিশ্চয় তেওঁৰ নহয়। তেন্তে কাৰ? নিশ্চয় তোমাৰ। তুমি ঈশ্বৰৰ বা স্বভাৱৰ নিয়ম লঙ্ঘন কৰি তোমাৰ ওপৰলৈ আৰু তোমাৰে সৈতে সম্পৰ্ক কৰোঁতাসকলৰ ওপৰলৈ দণ্ড আনা আৰু সেই দণ্ড পাই পিছত সংসাৰ দুখৰ ঠাই বুলি কৈ দুঃখবাদী হোৱা। দুখ-কষ্টক তুমি দিনে-ৰাতিয়ে মনতে পাগি পুৰি থাকি তাক পোহপাল দি ডাঙৰ কৰি বঢ়াই লোৱা আৰু আন ঠাইৰো দুখ-কষ্ট যত পাৰামানে মনৰ জৰীৰে টানি আনি তাৰে একেলগ কৰা আৰু শেহত তাৰ চেপাত পৰি কোৱা—"সংসাৰ দুখৰ ঠাই!" তুমি আনন্দ আৰু সুখৰ চিন্তাক আহ্বান কৰি পৰমানন্দ পৰম সুখময় ঈশ্বৰৰ অংশ বুলি নিজক সম্পূৰ্ণৰূপে সেই চিন্তাত প্ৰতিষ্ঠাপিত কৰি চোৱাঁচোন —তোমাৰ কি বিমল আনন্দ হয় আৰু পেছিমিজিম কলৈ লৰি পলায়। তেনেহলে "Like attracts like" এই নিয়মে তোমালৈ চাৰিওফালৰ পৰা সুখৰ ভাৱবোৰ আকৰ্ষণ কৰি আনি তোমাক আশাতীত সুখীয়া কৰিব। চিন্তা আমাৰ নিজৰ সম্পত্তি। তাক আমি ব্যৱস্থিত কৰি সুও কৰিব পাৰোঁ, কুও কৰিব পাৰোঁ। সু কৰিলে আমাৰ সৰ্ব্বতোভাৱে মঙ্গল, কু কৰিলে সৰ্ব্বতোভাৱে অমঙ্গল। সুখ-দুখ আমাৰ নিজৰ হাতত নিশ্চয়। মঙ্গলজনক সুভাৱ ক্ৰমাগত ভ'বোঁতে আৰু সুকাৰ্য্যৰ দ্বাৰাই তাক পোহ দিওঁতে দিওঁতে সি ভাবোঁতাজনৰ স্বভাৱৰে এটা অঙ্গ হৈ আৰু চাৰিওফালৰ পৰা সমধৰ্ম্মী ভাৱৰ সোঁত বলাই আনি মহাশক্তিশালী হৈ উঠে আৰু শেহত তাৰ প্ৰৱল প্ৰভাৱত কুভাৱ তেওঁৰ মনৰ চাৰি ঢাপৰ কাষৰ পৰা পলায়। বিশ্বাসৰ অশেষ ক্ষমতাৰ কথা যে প্ৰচলিত সেইটো এটা বৈজ্ঞানিক ভাবপ্ৰৱণতা নহয়, কুসংস্কাৰো নহয়। তাৰ ভেটি বিজ্ঞানৰ ৰাজ্যত প্ৰতিষ্ঠাপিত। যেনে বিশ্বাস কৰা যায়, তেনে চিন্তাই মনত বাহ লয়হি আৰু তেনে লগৰীয়া চিন্তাকো নিজৰ কাষলৈ টানি আনি সি শক্তিশালী হয়। সেই চিন্তাই কাৰ্য্য কৰি তাৰ আধাৰ শৰীৰত

প্ৰতিফলিত হয়। বেজে পানী এটোপাকে মহৌষধ বুলি ৰোগীক দি তেওঁৰ সম্পূৰ্ণ বিশ্বাস কৰা সেই ৰোগীক ভাল কৰাৰ উদাহৰণ অনেক আছে। এই বাবেই বিশ্বাসত সিদ্ধিলাভ আৰু অবিশ্বাস বা সংশয়ত নিস্ফলতা বুলি কয়। ইচ্ছা-শক্তিৰ প্ৰভাৱৰ কথা সকলোৱে শুনিছে। কিন্তু ইচ্ছা-শক্তি আন একো নহয়, মাথোন বিশেষভাৱে কোনো এটা চিন্তাৰ নিয়মিত কৰি কোনো এটা কাৰ্য্যত লগোৱাটোৱেই। আমাৰ ইচ্ছা-শক্তি মানুহৰ ইচ্ছা-শক্তিৰে মিলাই ৰাখিলে সি সীমাৱদ্ধ আৰু খৰ্ব্ব হয়, কিন্তু ঈশ্বৰৰ ইচ্ছা-শক্তিৰে মিল কৰি ৰাখিলে, সি মানুহৰ ইচ্ছা-শক্তিৰে সৈতে মিলিল নে বেঙালে সেইটো ভাৱনাৰো সকাহ নেথাকে. যদিও সজ মানুহৰ সজ ইচ্ছাৰে সি মিলি যোৱাত কোনো সন্দেহ নাই। মুঠতে আমি ঈৰ্ষা, দ্বেষ আদি পাশৱিক ভাৱ আমাৰ জীৱনত সোমাবলৈ নিদি আমাৰ জীৱনক যিমান ঈশ্বৰৰ ফালে মুকলি কৰি ৰাখিম, সিমান তালৈ মঙ্গলময় উন্নত ভাৱৰ প্ৰৱাহ বব আৰু আমি যিমান ভালকৈ অনুভৱ কৰি আহিব পাৰিম অৰ্থাৎ নিজক ভালকৈ জানি আহিম যে আমি ঈশ্বৰৰে এক অংশ, আমাৰ প্ৰকৃতিৰে সৈতে ঈশ্বৰৰ প্ৰকৃতিৰ বিভিন্নতা নাই, সিমান আমাৰ কাণত ঈশ্বৰৰ বাণী পৰি আহিব। আৰু লাহে লাহে আমি যিমান সেই বাণী মানি চলিম সিমান আমি জীৱনৰ কাৰ্য্যত নিৰ্ভুল নিঃশঙ্ক হৈ পৰিম। ঈশ্বৰ শিৱ সত্য সুন্দৰ। তেওঁৰ সন্তান তুমি, তেওঁৰ অংশ তুমি, তুমিও তেনে—অৱশ্যে যদি তুমি তোমাক তেওঁৰ পৰা আঁতৰ নকৰা।

বন্ধুসকল! আপোনাসকলে কিজানি ভাবি পোৱা নাই যে ষ্টুডেণ্টছ্ কনফাৰেন্সত সভাপতি মহাশয়ে আন কথা এৰি, ওপৰত কোৱা এই শুকান জৰাজীৰ্ণ পুৰণি কথাবোৰ কলে কোন আশয়েৰে? এইখন ধৰ্ম্ম সভা নে ববসবাহ যে তাত এনে ধৰ্ম্ম ধৰ্ম্ম গোন্ধোৱা বক্তৃতাৰ সকাম পৰিল? এনে প্ৰশ্নই আপোনাসকলৰ মনত কিজানি খেলাইছে আৰু খেলোৱাটো আচৰিতো নহয়।

উত্তৰত ইয়াকে কওঁ যে নিশ্চয় মোৰ এটা উদ্দেশ্য আছে। উদ্দেশ্য

বিহীন হৈ মই ছাত্র-সম্মেলনীত এনে কথাৰ অৱতাৰণা কৰা নাই। সেইটো হৈছে—কোমল মন, কোমল বয়সৰ ছাত্ৰসকলক তেওঁলোকৰ ভৱিষ্যত জীৱন সার্থকৰূপে গঠন কৰিবলৈ, পাৰিলে উদ্বুকিয়াই দিয়াটো। মোৰ মনেৰে মই ওপৰত যিবোৰ কথাৰ অলপ অচৰপ আভাস দি গলোঁ সেইদৰে ছাত্ৰসকলে নিজ নিজ জীৱনৰ ভেটি গঢ়ি লব পাৰিলে তাৰ ওপৰত ভৱিষ্যত জীৱনৰ সুন্দৰ অট্টালিকা প্ৰস্তুত হব আৰু যি দেশ, যি নগৰ, যি গাঁৱতে তাৰ অৱস্থিতি হয় সেই দেশ, সেই নগৰ, সেই গাঁৱকেই সি সকলো প্ৰকাৰে ঐশ্বর্য্যশালী, সমৃদ্ধিশালী আৰু শক্তিশালী কৰিব।

Healthy thoughts, clean thoughts, elevating noble thoughts অর্থাৎ সুস্থ পৱিত্র আৰু ওখ ভাৱেৰে যদি ছাত্রসকলে এতিয়াৰে পৰা তেওঁলোকৰ জীৱনক পোহপাল দি ডাঙৰ-দীঘল কৰি তুলিব পাৰে, তেনেহলে ভৱিষ্যত সার্থক জীৱনৰ পৰা তেওঁলোকে নিজক বঞ্চিত কৰিবৰ আৰু তেওঁলোকৰ মাতৃভূমিকো বঞ্চিত কৰিবৰ কোনো ভয় নেথাকে। এনে সুস্থ, পৱিত্র জীৱন লভিবৰ একমাত্র উপায়— শুদ্ধ, বুদ্ধ, নির্ম্মল, নিৰঞ্জন পৰমেশ্বৰৰ শুদ্ধ, পৱিত্র, নির্ম্মল প্ৰৱাহ প্ৰৱেশৰ নিমিত্তে নিজৰ জীৱনক কায়মনোবাক্যেৰে মুকলি কৰি প্ৰস্তুত কৰি ৰখাটো। নিজৰ জীৱনতন্ত্ৰীৰ সুৰ সেই জগৎযন্ত্ৰীৰ সুৰত মিলাই ৰখাটো। নিজৰ ইচ্ছাক ইচ্ছাময়ৰ ইচ্ছাত পেলাই দিয়াটো। নিজৰ কাৰ্য্যক সেই অবিশ্রাম কাৰ্য্যকৰোঁতা কৰ্ম্মী বিভুৰ কাৰ্য্যেৰে একে প্ৰকৃতিৰ কৰাটো। এইটোৱেই এক মাথোন উপায়। তেনেকৈ চলিবৰ নিমিত্তে উপদেশ পৰামর্শৰ অভাৱ কেতিয়াও অনুভৱ কৰিব নোৱাৰা, যদি তুমি নিজৰ হৃদয়ৰ পৰা অপৱিত্র, অশুচি ভাৱৰ জঞ্জালবোৰ গুচাই লৈ 'ইন্‌টিউছন' অর্থাৎ তোমাৰ অন্তৰত থকা সেইজনৰ বাণীলৈ ভালকৈ কাণ দিয়া। তুমি হয়তো কব পাৰা যে সেই বাণী ক'তা—শুনিবলৈ নেপাওঁ দেখোন? ভাই! শুনিবলৈ পাবা, ভালকৈ শুনিবলৈ পাবা, সততে শুনিবলৈ পাবা—যদি অসার্থক, অসাৰ, অপৱিত্র, নিজৰ

আৰু পৰৰ হানিকৰ, গ্লানিকৰ, সৰ্ব্বনশীয়া ব্যৱধান আৰু জঞ্জাল-জাবৰবোৰ তোমাৰ অন্তৰত সুমাই লৈ সেইবোৰেৰে সেই গুহানিহিত অন্তৰাত্মাক ঠেলি-হেঁচি ঢাকি নেৰাখা। আজিৰ পৰা এই ঘণ্টা, এই মিনিট, এই মুহূৰ্ত্তৰ পৰা ডেকা ভাইসকল! তোমালোকে তোমালোকৰ জীৱন এইদৰে গঢ়িবলৈ দৃঢ়প্ৰতিজ্ঞা, অটল সঙ্কল্প কৰি লাগাচোন। দেখিবা তোমালোকৰ জীৱন সুদৃঢ়, সুন্দৰ, সুবিমল হৈ আহিছে। বিদ্যাচৰ্চ্চা, জ্ঞানচৰ্চ্চা, সাহিত্যচৰ্চ্চাত তোমালোক আশাতীত-ৰূপে সফলকাম হৈ আহিছাহঁক আৰু বিদ্যা-জ্ঞান-ঋদ্ধি সকলোৰে আধাৰ তোমালোকৰ শৰীৰ নিৰাময়, নিৰোগ, সুস্থ, সবল হৈ গঠিত হৈছে। 'এক্সপেৰিমেণ্ট' অৰ্থাৎ পৰীক্ষা কৰি চোৱা, অনিষ্ট একো নহয়। ইষ্ট নহলে, সুফল নেপালে, এই বুঢ়াক পিছত লাগে যদি মন মেলি, হেঁপাহ পলুৱাই কটুকাটৱকে কৰি দিবা।

কটু-কাটৱ? তেতিয়া কেতিয়াও কৰিব নোৱাৰা। কাৰণ তেতিয়া তোমালোকে সম্পূৰ্ণৰূপে আপোন চকুৰেই দেখিবা যে লোকক কটুকাটৱ কৰিলে, লোকৰ মনত কষ্ট দিলে, লোকৰ অনিষ্ট কৰিবলৈ গলে, লোকৰ অনিষ্ট হওক নহওক, তাতকৈ নিজৰ অনিষ্ট, নিজৰ লোকচান বেছি হয়। দিনে-ৰাতিয়ে নৰিয়াৰ কথা ভাবি থাকিলে যেনেকৈ আমি স্বাস্থ্যলাভ কৰিব নোৱাৰোঁ, সেইদৰে লোকৰ অনিষ্ট, লোকৰ দায়-দোষ ভাবি থাকিলে নিজৰ ইষ্ট কৰিব নোৱাৰোঁ আৰু নিজে নিৰ্দ্দোষ হব নোৱাৰোঁ। বৰং সততে অনিষ্টকৰ চিন্তাক নিজৰ মনত পুহিলে সি স্বজাতীয় চিন্তাক চাৰিওফালৰ পৰা টানি আনি পুত্ৰ-পত্নী নাতিপুতিৰে সৈতে স্থানদাতাৰ সম্পূৰ্ণ ঠাই, সপৰিবাৰে অধিকাৰ কৰি তাক নৰকৰ এটা 'ডিপাৰ্টমেণ্ট' কৰি তুলিব। এনে ডিপাৰ্টমেণ্টৰ হেড্ অৰ্থাৎ এনে বিভাগৰ বৰমূৰীয়া লোক আমাৰ সমাজৰ ভিতৰত কত দিনৌ আমি দেখিবলৈ পাওঁহক। সেইসকলে বঙালী কৃত্তিবাসে তেওঁৰ ৰামায়ণত বিভীষণৰ হতুৱাই ৰাৱণক কোওৱাৰ দৰে—"আপুনি মজিলে ভাই! লঙ্কা মজাইলে!" সেইসকল নিজেও বেগেৰে সোঁ সোঁ কৰে তলফালে

যাব লাগিছে, ওচৰচুবুৰীয়াকো যি পাৰে লগতে টানি লৈ যাব লাগিছে।

বন্ধুসকল! আপোনাসকলৰ ভিতৰত কিমান কলিতে পকা বা অকালবৃদ্ধ আছে আপোনাসকলে দেখিছে নে? অলপ মন দি চাওক, চালেই চকুত অনেক পৰিব। কিহে তেওঁলোকৰ মুখৰ জেউতি হৰিলে, মনৰ আনন্দৰ পুং শুকালে, হিয়াৰ কোমলতাত কাঠ বান্ধিলে, কব পাৰে নে? বয়সে? ওহোঁ। খোৱা-পিন্ধাৰ দুখে? ওহোঁ বয়সেতো মানুহক বুঢ়া নকৰে। সাধুলোক সজ্জলোকক বয়সে ধেনুভিৰীয়া কৰিলেও তেওঁলোকৰ মনৰ পৰা ডেকাকলীয়া উদ্যম, আনন্দ আৰু নবীনত্ব নেযায়। যিচুখ্ৰীষ্টই কৈছিল—"Suffer the little children to come unto me, for such is the kingdom of heaven." অৰ্থাৎ সৰু সৰু লৰা-ছোৱালীবিলাক মোৰ ওচৰলৈ আহিবলৈ দিয়া, বাধা দি নেৰাখিবা, কাৰণ ঈশ্বৰৰ স্বৰ্গৰাজ্য এনেখনেই। আমাৰ শাস্ত্ৰতো কৈছে যে সাধু আৰু মহৎ লোকৰ স্বভাৱ শিশুৰ সদৃশ। সনক, সনাতন আদি চাৰি সিদ্ধৰ বৰ্ণনা "পাঞ্চ বয়সীয়া শিশুসঙ্কাশ।" য়ুৰোপ, এছিয়া যবে হওক, সকলো প্ৰকৃত মহৎ লোকৰ প্ৰকৃতি শিশুৰ নিচিনা। কিয় তেওঁলোকৰ এনে প্ৰকৃতি হয়? কাৰণ কি? কাৰণ এইটোৱেই যে তেওঁলোকে ঈশ্বৰৰ প্ৰকৃতি পায়। তেওঁলোকৰ ভিতৰখন এনে শুচি, এনে বিমল যে তালৈ ঈশ্বৰৰ করুণাবাৰি বৈ আহিবলৈ কোনো প্ৰতিবন্ধক নঘটে। তেওঁলোক যে ঈশ্বৰৰ অংশ একে প্ৰকৃতিৰ, "সোঽহং" সেইটো তেওঁলোকে নেপাহৰি আৰু কুভাৱ, কুকাৰ্য্যৰ দ্বাৰাই সেই ঈশ্বৰেৰে সৈতে একত্ব নেহেৰুৱাই উন্নত হোৱাৰ নিমিত্তেই নিৰ্ম্মল, নিষ্পাপ শিশু-প্ৰকৃতি ৰক্ষা কৰি থাকিব পাৰে।

আমাৰ পৰম পিতা পৰমেশ্বৰ যে 'ইটাৰনেল্ গুড্' শুদ্ধসত্ব দয়াময় আৰু "তোমাৰেসে অংশ আমি যত জীৱজাক" এই কথাত অলৰ অচৰভাৱে বিশ্বাস কৰি, এই ভাৱৰ শিলৰ খুটি পুতি, সততে তেওঁৰ সৈতে অৰ্থাৎ তেওঁৰ উপাধি তেওঁৰ গুণ—পৱিত্ৰ চিন্তা, পৰহিত ব্ৰত,

পৰৰ প্ৰতি কৰুণা, জীৱৰ প্ৰতি দয়া আৰু ঈশ্বৰৰ প্ৰতি ৰুচি ৰাখি সকলো কৰ্ত্তব্য কাৰ্য্য কৰিলেই আমি ঈশ্বৰ সদৃশ সুন্দৰ হব পাৰিম। নিজৰ দুখ, শোক, নৰিয়া, পৰৰ প্ৰতি ঈৰ্ষা, দ্বেষ, হিংসা, পৰশ্ৰী-কাতৰতা, নিৰাশা, ভয় এইবোৰেৰে নিজৰ জীৱন নিজে আবৰি ৰাখিলে আমি অকালতে বুঢ়া, কুৰূপ, কুশ্ৰী নহৈ আৰু কি হম? বন্ধুসকল! যদি আপোনালোক চিৰযৌৱনসম্পন্ন হৈ থাকিব খুজিছে আনন্দত আপোনাক বুৰাই ৰাখি বুঢ়া বয়সলৈ লৰাকালৰ আনন্দ আৰু স্বাস্থ্য ভোগ কৰি সুখী হৈ থাকিব খুজিছে, তেন্তে এইটো কথা ভালকৈ মনত ৰাখিব,—আপোনালোকে আপোনালোকৰ চিন্তা ৰাজ্যত কি ভাবে বাস কৰে। মনেই সকলো। "যাদৃশী ভাবনা যস্য সিদ্ধিৰ্ভবতি তাদৃশী।" তুমি যেনে ভাবা তেনেকুৱাই হবা। যদি মনত অশুচি অস্বাস্থ্যকৰ চিন্তাক ঠাই দিয়া, তুমিও অচিৰতে অশুচি অস্বাস্থ্যকৰ হবা যে তাত সন্দেহ কি? তেনেহলে হে ডেকা বন্ধুসকল! আপোনালোকে অপৱিত্ৰ, নীচ ভাৱবোৰ পৰিহাৰ কৰি, ওখ পৱিত্ৰ ভাৱ নিজৰ মনত ঠাই দিলে ভাল নহবৰ কাৰণ কি? আপোমাৰ ভাল-বেয়া আপোনাৰ নিজৰে হাতত নহয় নে?

"আপুনি আপোন শত্ৰু. আপুনি আপোন মিত্ৰ,
আপুনি আপোন ৰাখে মাৰে।"

এইবোৰ বৰ মূল্যৱান, বৰ ডাঙৰ কথা আৰু বৰ জ্ঞানী লোকৰ অশেষ পৰীক্ষা আৰু সূক্ষ্মদৃষ্টিৰ মূল্যৱান সিদ্ধান্ত জানিবা। কাচৰ লণ্ঠনৰ ভিতৰত চাকি লগালে যেনেকৈ কাচৰ ঢাকোন ফুটি জুইৰ পোহৰ বাহিৰলৈ ওলায়, সেইদৰে পৱিত্ৰ চিন্তাই মনৰ ভিতৰত স্থিতি লাভ কৰিলে সি সেই লোকৰ সৰ্ব্বাঙ্গ ফুটি বাহিৰলৈ ওলায়। অপৱিত্ৰ চিন্তাৰো তেনে গতিয়েই। মন শৰীৰৰ যেনে সহায়ক, শৰীৰো মনৰ তেনে সহায়ক। সেইদেখি দৃষ্টি দুইফালে সমানে ৰাখি চলিব লাগিব। বন্ধুসকল! যদি চিৰানন্দ চিৰযৌৱন ৰাখি সুখী হব খুজিছে, তেন্তে আনন্দম্ আনন্দম্ ধ্যান কৰি আনন্দত মজি থাকক। যাতে সদায় হৰিষত, সদায় আনন্দত থাকিব পাৰি তাৰে অভ্যাস কৰি আৰু আনন্দৰ শত্ৰুক দূৰতে বিদূৰ কৰি

ৰাখি ৰং-ধেমালি মনেৰে থাকিব পাৰি নিজক বহুৱাৰ শাৰীলৈ নন-মাযো। 'প্লেফুল' আৰু 'চিয়েৰফুল' হৈ থাকিবলৈ 'পিউৰাইল' আৰু 'চিলি' হবৰ সকাম নাই। আমাৰ অনেক ভাগ মানুহৰ মনৰ ভাৱ এনেটো যে ডাঙৰ মানুহ আৰু ভৱ্য মানুহ হৈ 'পজিছন'ৰ সন্মান ৰক্ষা কৰি থাকিবলৈ হলে গম্ভীৰ হব লাগে। "গহীন মেঘে গহীনাই" মতাদি কথা কব লাগে নাইবা তেওঁ তুলা যেন পাতল হৈ উৰিব অৰ্থাৎ তেওঁৰ আদৰ্শ সেই পখীটি, যাক আমাৰ ভাষাত ফেঁচা বা বৰহুতু বোলে। দুখৰ বিষয় তেওঁলোকৰ মনত এবাৰো নেখেলায় যে এইটো মানুহৰ অস্বাভাৱিক অৱস্থাহে। মানুহ ঈশ্বৰৰ সন্তান। মানুহ হৈ থকাটোহে স্বাভাৱিক—যি ঈশ্বৰে ডাঙৰৰ পৰা সকলৈকে, ৰজাৰ পৰা ভিকহুলৈকে সকলোৰে হৃদয়ত থাকি কথাবাৰ্ত্তা কৈ আপোনাতকৈও আপোনাৰ হৈ আছে। মানুহে মনুষ্যত্ব এৰি ফেঁচাত্ব-প্ৰাপ্তিৰ আকাঙ্খা কৰাটো মনুষ্য স্বভাৱৰ বিপৰীত অৱস্থাহে। ভীমটোকা চামোন ডাঙৰ চামোন হব পাৰে, কিন্তু সি মানুহ হলে নহয়।

আমাৰ দেশত ডাঙৰ হোৱাৰ আৰু এটা হাঁহি উঠা কিন্তু মাৰাত্মক লক্ষণ আছে। সেইটো হৈছে—ডাঙৰ হলেই নৰিয়াৰ ভাও জুৰিব লাগে। "ডাঙৰীয়া বা ডাঙৰীয়ানীৰ গা ভাল নহয়। ডাঙৰীয়াই খাবই নোৱাৰে। টেমীৰ মূৰেৰে এমুঠি চাউলৰ ভাতহে খায়। ডাঙৰীয়ানীৰ গাত বিষ, গা বিষত কেকোৰা, সমূলি ভাল নহয়।" এনেবোৰ ফাকটিৰে এশ্ৰেণীৰ ডাঙৰীয়া-ডাঙৰীয়ানীয়ে নিজৰ ডাঙৰীয়াত্বক পোহপাল দি ডাঙৰ কৰাটো দেখা যায়। এনেকৈ আত্মবঞ্চনা আৰু পৰক বঞ্চনা কৰি কিছুমান ডাঙৰীয়া ডাঙৰীয়ানীয়ে তেওঁলোকৰ ডাঙৰীয়াত্বটো অতি সন্তৰ্পণে ৰাখে যদিও, ফলত বতাহেৰে ঠাহ খোৱা বৌমাছৰ পেটত থকা হিলৈৰ নিচিনাকৈ ডাঙৰীয়া হিলৈটো কিমান দূৰ টিকে আৰু সি কাৰ উপকাৰত লাগে কব নোৱাৰোঁ। কিন্তু এইটো হলে নিশ্চয় যে শেহত এই আত্ম আৰু পৰবঞ্চনাৰ ফলত সঁচাসঁচিকৈয়ে তেওঁলোকৰ শৰীৰ নৰিয়াৰ বাহ হয় আৰু তেওঁলোকে ৰোগক লগৰীয়া কৰি জীৱন কটাবলগীয়াত পৰে।

এই পৃথিৱীত অনেক মানুহে সুস্থ শৰীৰেৰে জীৱন কটাব পাৰিলেহেঁতেন যদি তেওঁলোকে নিজক নৰিয়া বুলি সঁচাই বা মিছাই ভাবি ভাবি নৰিয়াক আহ্বান কৰি নানিলেহেঁতেন। এইটো কিন্তু নিশ্চয়, যি নিজৰ শৰীৰত গতি-গোত্ৰৰ বিষয়ে ভাবি বেছি সময় কটায়, ৰোগতে তাৰ সৰহখিনি সময় যায়। ৰোগক ধ্যান কৰি থাকিলে ৰোগহে আহিব, স্বাস্থ্য নাহে। শৰীৰ ভালে ৰাখিবলৈ সুচিন্তা, সুখাদ্য, সুৱতাহ আৰু পৱিত্ৰতাৰ সহায় লব লাগিব। মোৰ নৰিয়া হব, নৰিয়া হব এনে ভাৱৰ আৰাধনাৰ সহায় নহয়।

সকলোৱে দেখিছে যে বঙ্গদেশৰ স্কুল-কলেজৰ কিছুমান ছাত্ৰৰ ভিতৰত ৰাজবিদ্ৰোহ, ডকাইতি, নৰহত্যা ইত্যাদি ভীষণ চিন্তা আৰু কাৰ্য্যই ঠাই লৈছে। ঈশ্বৰক ধন্যবাদ যে আমাৰ অসমত আমাৰ অসমীয়া ছাত্ৰসকলৰ ভিতৰত সেই সৰ্ব্বনশীয়া পাপ প্ৰৱেশ কৰা নাই। স্কুল-কলেজৰ ঈশ্বৰ-বিবৰ্জ্জিত শিক্ষাৰেই একৰকম ফল বুলি মোৰ মনে ধৰে। হিন্দুৰ ঘৰৰ, হিন্দু সমাজৰ সাত্ত্বিক শিক্ষাক যি শিক্ষাই উঠোঁতে ঈশ্বৰক, বহোঁতে ঈশ্বৰক, শোওঁতে ঈশ্বৰক, খাওঁতে ঈশ্বৰক সোঁৱৰায়, যি শিক্ষাই পুৰণি বৈবস্বত মনুৰ দিনৰে পৰা এতিয়ালৈকে হিন্দুৰ জীৱনৰ দীঘ-বাণি বৈ আহিছে—তেনে শিক্ষাক সৰুৰে পৰা ডেকাসকলে মামৰে ধৰা পুৰণি আৰু বৰ্ত্তমান কালৰ অনুপযোগী তামাদি বুলি ভাবি তাৰ পৰা আঁতৰ হৈ পৰিছে আৰু তেনে শিক্ষা পোৱা ককা, বুঢ়ীআই, বোপাই, আইক ভীমকলৰ মধুনা নাইবা 'গ্ৰেণ্ডমাদাৰ্চ্ কৰুন' অৰ্থাৎ বুঢ়ীআইৰ লেটাগুটি বুলি মনৰ ভিতৰতে বা মুখ ফুটাই ভাবিছে আৰু ভাবি পাশ্চাত্য শিক্ষাত শিক্ষিত হৈ পাশ্চাত্য সমাজ আৰু সভ্যতাকে নিখুত বুলি ধৰি লৈ—অথচ এবাৰো অকণকে নেভাবে যে সকলো প্ৰকাৰে সেই শিক্ষা, সেই সভ্যতা আৰু সেই দেশৰ ৰাষ্ট্ৰনীতি সাত্ত্বিক প্ৰকৃতিৰ ভাৰতবাসীৰ আৰু ঘাইকৈ হিন্দুৰ প্ৰকৃতিৰে সৈতে মিলিব নে নিমিলে আৰু হিন্দুস্থানত সেই য়ুৰোপীয় ওক গছৰ পুলি বাঢ়িব নে নেবাঢ়ে।

ছাত্ৰজীৱনৰ দায়িত্ব বৰ ডাঙৰ দায়িত্ব। এইটো ছাত্ৰসকলে চোপৰত

হৃদয়ঙ্গম কৰি থাকিবলগীয়া। ছাত্ৰজীৱন, ভৱিষ্যতৰ মানৱৰ সাৰ্থক, সফল আৰু লাগতিয়াল জীৱনৰ ভেটি; এই ভেটি পকা হলেহে সমাজৰ অঙ্গীভূত মানুহৰ জীৱন সুদৃঢ় সৌষ্ঠৱ হব। এই জীৱন হেলেক্-লেক্‌ভাৱে, দায়িত্বশূন্যভাৱে, অসাৱধানভাৱে গঠিত হলে গোটেই জীৱন ভগা, ফটা, খাজ-নোখোৱা লৰকৃফৰক্ হব। তেতিয়া নিজৰ ভুল পদে পদে বুজি অনুতাপ কৰি কটাব লাগিব আৰু জোৰাফোন্দা বান্ধছাট দি কোনোমতে তাক মজপুত কৰি ৰাখিলেও তাৰ তলডোখৰৰ দুৰ্ব্বলতাৰ বাবে সি 'টপ্ হেভি' অৰ্থাৎ মূৰগধুৰ, ভৰি চিঁয়া দুৰ্ভগীয়াৰ দৰে বোজাৰ ভৰত বাগৰি পৰিব। ছাত্ৰ-জীৱনত কৰা একোটা মহাভুলৰ বাবে আৰু সেই কালত ভৱিষ্যত জীৱনলৈ লক্ষ্য নেৰাখি চৰিত্ৰ হেৰুৱাই তমোময়ভাৱে চলা বাবে আমাৰ বয়সিয়ালসকলৰ ভিতৰত কত এনেকুৱা পৰোঁ পৰোঁ হোৱা থৰকৃবৰকৈ থকা মানুহ আছে, যাৰ অনুতাপ মাথোন তপত উস্-আসতে অন্ত। সেইদেখি চৰিত্ৰ গঠন ছাত্ৰ-জীৱনৰ প্ৰধান অঙ্গ। চৰিত্ৰ গ'লতো তোমাৰ সকলো গ'ল আৰু চৰিত্ৰ ৰ'লতো তোমাৰ সকলো ৰ'ল। হোৱা ধনৰ দুখীয়া, তাত হানি নাই। হোৱা সামাজিক সন্মানৰ খাপত লোকৰ চকুত ভিকহু, তাত হানি নাই। হোৱা লোকে নাম নজনা, ধাম নজনা, তাত হানি নাই। কিন্তু চৰিত্ৰৱান তুমি—ঈশ্বৰৰ চকুত আৰু দীৰ্ঘদৰ্শী লোকৰ চকুত, সজ লোকৰ চকুত, মহাঐশ্বৰ্য্যশালী আৰু সকলোৰে আগশাৰীত। তাৰ উপৰিও চৰিত্ৰৱান তোমাৰ অন্তৰ যে বিমল সুখ আৰু পৰম আনন্দৰ আকৰ হব তাত সন্দেহ নাই।

বন্ধুসকল! ছাত্ৰজীৱন গঠন কৰিবৰ নিমিত্তে যি দুটা চাইটা কথা যাই বুলি মোৰ মনত খেলাইছিল তাকে জনাই-নজনাই আৰু ভালকৈ কব নজনাৰ নিমিত্তে আপচুভাৱেই আপোনাসকলৰ আগত কলোঁ; অৱশ্যে এইবোৰ কথা যে আপোনাসকলে নেজানে বা আগেয়ে শুনা নাই এনে হিচাপ কৰি মই যে কৈছোঁ এনে নহয়। মই মাথোন চেষ্টা কৰিছোঁ—পুৰণি কথাকে ঘাটিঘুটি আপোনাসকলৰ মনত পেলাই

দিবলৈ। ভাল কথাৰ পুনৰুক্তি এই বাবে মাৰ্জ্জনীয় যে পুনৰুক্তিৰ আজোৰত সি আন কথাৰ তল পৰিবৰ ভয় নেথাকে। এই গুৱাহাটী চহৰত আজি মই আপোনাসকলক লগ পাই, আপোনাসকলৰে লগৰীয়া এজন বুলি প্ৰাণেৰে সৈতে অনুভৱ কৰি অলপঅচৰপ সঞ্জ কথাৰ আলচ কৰিবৰ চেষ্টা কৰিছোঁ। ইয়াত যে মোৰ কি আনন্দ হৈছে, মই কথাৰে প্ৰকাশ কৰিব নোৱাৰোঁ। মই এক মুহূৰ্ত্তলৈকে ভবা নাই যে আপোনাসকল যদিও বয়সত মোতকৈ সৰু, মই আপোনাসকলৰ উপদেষ্টাৰ বাব পাইছোঁ আৰু সেই বাবৰ বলত মোৰ সাৰুৱা উপদেশেৰে আপোনাসকলৰ জ্ঞানৰ পৰিসৰ বহলাই দিম। মই আন একো নেজানিলেও মোৰ এটা কথাৰ জ্ঞান আছে, সেইটো হৈছে মোৰ জ্ঞানৰ সঙ্কীৰ্ণতাৰ জ্ঞান। মোক যদিও আপোনাসকলে দয়া কৰি নিজৰ উদাৰতাৰ গুণেৰে আপোনাসকলৰ সভাৰ সভাপতি কৰি এই আসনত বহুৱাইছে, মই কেতিয়াও এনে আসন লবলৈ সাহ কৰি নাহিলোঁহেঁতেন, যদি মোৰ মনত এইটো ভাবে বৰকৈ নেখেলালেহেঁতেন যে মই অনেক কালৰ মূৰৰ মোৰ নিজৰ দেশৰ মোৰ দেশীয় ভাইসকলৰ সঙ্গ লভি দুই চাইটা লাগতিয়ালেই হওক, অলাগতিয়াতেই হওক কথা কৈ পৰম সুখ ভোগ কৰিবলৈ পাম আৰু মোৰ ফপহুতা কথা আষাৰচেৰেকেৰে তেওঁলোকৰ কিবা উপকাৰ অপকাৰ হওক, নহওক এবং মই তেওঁলোকেৰে চিনাকি হৈ আলাপ পৰিচয় কৰি, তেওঁলোকৰ মুখৰ পৰাও অনেক ভাল কথা শুনি মোৰ নিজৰে জ্ঞানৰ সীমা বঢ়াব পাৰিম।

গুৱাহাটীত এই সভা বহাটো অতি শোভন কাৰ্য্য হৈছে। এই প্ৰাগ-জ্যোতিষপুৰৰে আৰ্য্যসকলৰ জোতিৰ্ব্বিদ্যাৰ প্ৰথম বিকাশ আৰু উন্নতিৰ চৰম প্ৰকাশ আৰু উন্নতিৰ। জ্ঞানৰ অৰুণ কিৰণ পূবৰ এই আকাশৰ পৰাই বিকীৰ্ণ হৈ চাৰিওফালে বিয়পি পৰিছিল। অসমক এতিয়া 'বেকৱাৰ্ড' পাছলৈ যোৱাকে বোলক বা 'বিনাইটেড' এন্ধাৰকে বোলক, নাইবা ঘকুৱা মাতেৰে কোনোৱে ইয়াক জকাইচুকতে বোলক, এইটো

স্বীকাৰ কৰিবই লাগিব যে জ্যোতিৰ্ব্বিদ্যাৰ জনম আৰু চৰম উন্নতি ইয়াতে, বস্ত্ৰৰ জনম আৰু চৰম উন্নতি ইয়াতে, বৈষ্ণৱ ধৰ্ম্মৰ সম্পূৰ্ণৰূপে মহাবিকাশ ইয়াতে আৰু ইয়াতে তাৰ চূড়ান্ত পয়োভৰ। ইয়াতেই এই প্ৰাগ-জ্যোতিষৰেই অজ্ঞান "ৰজনী বিদূৰ দিশ ধৰলি বৰণ" আৰু সেই অজ্ঞান "তিমিৰ ফিৰিয়া বাজে" জ্ঞান "ৰবিৰ কিৰণ"। ঈশ্বৰে কৰক, এতিয়াও যেন অচিৰতে ইয়াতে আকৌ বিদ্যাৰ "শতপত্ৰ বিকশিত" হয় আৰু বিদ্যাৰ্থী ছাতৰ-ভ্ৰমৰসকলে শতপত্ৰত উৰি পৰি বিদ্যামধু পান কৰি আৰু জ্ঞানচৰ্চ্চা কৰোঁতাসকলে জ্ঞানৰ গুণ পাই শাস্ত্ৰ দধি মথি সকলোকে জ্ঞান-লৱনু-মাখন বিতৰণ কৰে। সদায় আঁউসী নেথাকে। কোনো এটা জাতিৰ জীৱনতো আঁউসীৰ নেৰানেপেৰা নিশা নেথাকে। আঁউসীৰ পিছত প্ৰতিপদ, দ্বিতীয়া আদি আৰু শেষত পূৰ্ণিমা আছেই! এই কটন কলেজ অসম'ৰ শুক্লা দ্বিতীয়া। ই নিশ্চয় কলা কলাকৈ বাঢ়ি যাবই যাব। এই অলপ দিনৰ ভিতৰতে এই কলেজৰ যহত আমাৰ শিক্ষিত ডেকাৰ লেখ কত বাঢ়িছে। এই কলেজৰ যহতে ইয়াৰ ভিতৰতে আমাৰ ডেকা-সকলে সুবিধা পাই অঘটন ঘটাইছে। বিশ্ববিদ্যালয়ৰ পৰীক্ষাত আন দেশৰ মেধাবী ছাতৰসকলেৰে সৈতে সমানে অৰিয়াঅৰি কৰি জয়লাভ কৰিছে। এই কলেজ হবৰ আগেয়ে কোনোবাই ভাবিব পৰিছিল নে যে অসমীয়া ছাতৰে—যি অতি কষ্টে-মষ্টেহে তৃতীয় বা দ্বিতীয় বিভাগত বিশ্ববিদ্যালয়ৰ মহলাত উঠিব পাৰে—প্ৰথম দ্বিতীয় ঠাই অধিকাৰ কৰিব পাৰিব? যি ভোটাবুধীয়া, অজগৌ ইত্যাদি বিশেষনেৰেহে অসমীয়া ছাতৰক বিভূষিত কৰিছিল, এতিয়া তেওঁলোকে অসমীয়াৰ কৃতকাৰ্য্যতা দেখি অবাক হৈছে। বন্ধুসকল। ঈশ্বৰত মতিগতি ৰাখি, সুভাৱ, সজ চিন্তাৰ সমল বুকুত বান্ধি লৈ আপোনাসকলে এহাগুধীয়াভাৱে নিজৰ কৰ্ত্তব্য পালন কৰি যাওক। দেখিব, যি ফললাভ এতিয়া হৈছে, তাতকৈ এশগুণে সৰহ আৰু বহুমূলীয়া ফললাভ অচিৰতে হব। তাহানি প্ৰথমতে গুৱাহাটীত যেতিয়া এই কলেজ স্থাপন কৰা হবৰ কথা হয় তেতিয়া এই প্ৰস্তাৱৰ বিপক্ষে কত আপত্তি, কত তৰ্ক চলিছিল,

তাৰ লেখজোখ নাছিল। অসমৰ উজ্জ্বল ৰত্ন অশেষগুণভাজন স্বৰ্গীয় মাণিকচন্দ্ৰ বৰুৱাৰ কত যত্ন, কত চেষ্টা, এই কলেজ ইয়াত হবলৈ। সকলো বাধা-বিঘিনি অতিক্ৰম কৰি শেহত তেওঁৰ জয় হল। গুৱাহাটীত কলেজ হল আৰু সেই কলেজৰ প্ৰথম সুফল তেওঁ নিজ চকুৰেই দেখি গ'ল। আজি আপোনাসকলৰ সভাত মোক যোগ্য পাতি সভা-পতিৰ আসন আপোনাসকলে অযথা কৃপা কৰি দিছে, এই অযোগ্য নগণ্যৰো এই কলেজৰ সাৰ্থকতাত যে কি আনন্দ তাক কৈ ওৰ পেলাব নোৱাৰি বিশেষকৈ আৰু এই বাবে যে কেৰ্কেটুৱাই বাঁহপাতেৰে ৰামৰ সেতুবন্ধনত সহায় কৰাৰ দৰে তেৰেঁা গুৱাহাটীত কলেজৰ সলনি কলিকতাত হোষ্টেল হব লাগে, এই প্ৰস্তাৱৰ বিপক্ষে আৰু সহায় কৰিছিল অসমৰ নিচিনা এখন দেশে সকলো আৱশ্যকীয় বিষয়ত লোকক হাত পাতিবনলগীয়া হোৱাটো যে কিমান লাগতিয়াল কথা তাৰ কৈ ওৰ পেলাব নোৱাৰি। আমাৰ ঘাই অভাৱ আৰ্টচ কলেজ, তাৰ পিছত ল কলেজৰ। এই অভাৱ ব্যৱস্থাপক সভাই মোচন কৰিলে। ইয়াৰ পিছত বাকীবোৰ যেনে কলিকতা বিশ্ববিদ্যালয়ৰ ছিনেটৰ আৰু ছিণ্ডিকেটত আমাৰ অসমৰ নিমিত্তে স্বকীয়া বিশ্ববিদ্যালয়, অসমত চিফ কোৰ্ট বা হাইকোৰ্ট, সম্প্ৰতি কলিকতাৰ হাইকোৰ্টত অসমীয়া জজ ইত্যাদি আমি অচিৰতে পাম বুলি আশা কৰিব পাৰিছোঁ। ঈশ্বৰে আমাৰ আশা নিশ্চয় সোনকালে সাফল্য কৰিব।

এই এইবোৰ পাবলৈ আমি সকলো প্ৰকাৰে যোগ্য হোৱা আৱশ্যক। যোগ্য আমাৰ হাতলৈ এনেবোৰ বস্তু এতিয়া নহয় অথনিকৈ, আজি নহয় কাইলৈ আহিবই। আমি বুঢ়াৰ তৰপ যোগ্য অযোগ্য যি হলোঁ হলোঁ, আমাৰ আৰু নকৈ ককালত টঙালি বান্ধি উঠিবলৈ বল নাই। ককাল বয়সৰ ভৰত কেকোঁৰা, ভৰি বাতৰ বিষত পেঙুৰা। আমি বুঢ়া-শালিকা, আমি আৰু কি নকৈ মাত লম? লব পাৰিলে অৱশ্যে সুখৰ বিষয়। কিন্তু কত পাৰিম হবলা? এতেকে আমাৰ আশাৰ চকু আমাৰ উঠি অহা ডেকাসকলৰ ফালেহে। তেওঁলোক এতিয়াৰে পৰা ভালকৈ

জীৱন-সংগ্ৰামলৈ প্ৰস্তুত হব লাগে। আমাৰ জাতীয় আকাঙ্ক্ষা যেন তেওঁলোকৰ দ্বাৰাই পূৰণ হয়। তেওঁলোকৰ জীৱন এতিয়া আমাৰ জাতীয় জীৱনৰ ডাঙৰ মহীত (মেল্টিং পট) ভালকৈ আউটা হওক, যাতে তাৰে আমাৰ মূল্যৱান সোণৰ অলঙ্কাৰ, কৰ্ম্মৰ উপযোগী শনাইত অস্ত্ৰ আৰু নিভাজ উপকৰণ আদি প্ৰস্তুত হয়। তেওঁলোক সেইদেখি আমি ওপৰত উনুকিয়াই অহা কথাবোৰৰ বাহিৰেও আৰু এটা কথা মনত ৰাখি প্ৰস্তুত হব লাগিব। যথা—অকল কলেজৰ পাঠ্য নিৰ্দ্দিষ্ট কিতাপ-কেখন পঢ়িয়েই মহলাত সৰহ নম্বৰ ৰাখি ওখ বিভাগত উঠিলেই নহব। তেওঁলোকে তাৰ লগে লগে সৰ্ব্বতোভাৱে জ্ঞান উপাৰ্জ্জন কৰি, ভাল কিতাপ (কেৱল নভেল নহয়) পঢ়ি জ্ঞানৰ সীমা বঢ়াই আৰু পৃথিৱীৰ সকলো সভ্য দেশত ঘটা জ্ঞান-বিদ্যা, কাৰ্য্যকলাপ আদিৰ নিয়মিতৰূপে ভু ৰাখি, চৌকস হব লাগিব, যাতে ভৱিষ্যতত এওঁলোকৰ প্ৰত্যেক জন একো একোজন পূৰ্ণৰূপে বিকশিত অসমীয়া মানুহ হব পাৰে। অকল মুখস্থ কৰি, স্কুল-কলেজৰ কিতাপকেইখন ঘনে ঘনে ইপাৰ সিপাৰ হৈ অৰ্থাৎ সেই সৰু সৰু দিহিং, দিচাং, দিখৌ কেইখনৰ ইপাৰৰ পৰা সিপাৰলৈ একো একোবাৰ পাৰি দি শেহত বি-এ, এম-এ পাছ কৰি, নিজক একো একোজন বিদ্যা-বাৰিধিৰ ভইব নাৱৰীয়া বুলি তেওঁলোকে ভাবিলে, তেওঁলোক নিজৰ মনত সম্প্ৰতি সন্তোষ লভিলেও সদায় যে তেনে সন্তোষ তেওঁলোকে ৰাখিব পাৰিব এনে মনে নধৰে; কাৰণ যেতিয়া তেওঁলোকে আজিকালিৰ বিদ্যাৰ হাজাৰ হাজাৰ ড্ৰেক্, মেগেলিন্, কুক্‌সকলক জীৱন-যাত্ৰাত আৰু জীৱন-সংগ্ৰামৰ ক্ষেত্ৰত লগ পাব, তেতিয়া তেওঁলোকৰ কাষত নিজৰ ক্ষুদ্ৰত্ব আৰু অসামৰ্থ্য তেওঁলোকে দেখি নিজৰ জীৱনক ধিক্কাৰ দিব লাগিব আৰু বিদ্যাৰ সেই সুনিপুণ সামৰ্থ্যশালী মহাৰথীসকলৰ প্ৰভাৱত জীৱন-যুদ্ধত তেওঁলোক এনেকৈ হাৰিব যে তেওঁলোকে নিজৰ অস্তিত্বকে ৰাখিব নোৱাৰিব। বি-এ পৰীক্ষা পাছ—বিদ্যাৰ অন্ত নহয়, বিদ্যাৰ আৰম্ভণহে। যদিও আমাৰ বহুত বি-এ গ্ৰেজুৱেটে আগৰটো বুলি ভবা যেন দেখা যায়। তেওঁলোকে বি-এ পাছ কৰি আঁতাই তেওঁ-

লোকৰ পঢ়া-শুনা বা বিদ্যাচৰ্চ্চাৰ সঁজুলি সোপাক সাৱধানেৰে সৈতে বৰপেৰাৰ ভিতৰত সুমাই থৈ তাত বাতুলিসঁচাৰ মাৰি তাৰ ওপৰত ধোবাং জুৰি বিদ্যাৰ ডাঙৰ ঘুমটি দিয়ে আৰু একো একো ঘুমটিৰ পিছত ইকাতি-সিকাতি কৰিব লাগিলে হাতেৰে সাবটি ধৰি থকা বিদ্যাৰ দীঘল গাৰুটোৰ ( যাক বঙলা ভাষাত পাশ বালিশ বোলে ) বিচ্ছেদ নঘটাকৈ সেই বিদ্যাৰ বৃহৎ অভিনয় কৰে আৰু দেশত কোনো সভাৰ সভাপতি নাইবা মিউনিচিপেলিটীৰ কমিছনৰ নাইবা তাতকৈয়ো ডাঙৰ আজিকালি ওলোৱা অনৰেবোল মেম্বৰ হবৰ হাই-উৰুমি, তেনে অৱস্থাতে তেওঁলোকৰ কাণত পৰিলে, লাহেকৈ তেওঁলোকে উঠি বিদ্যাৰ ডাঙৰ দীঘল হামি আৰু তেওঁলোকৰ প্ৰতিদ্বন্দ্বী হব খোজাৰ প্ৰতি সমসাময়িক সৰু সৰু টিলিকি মাৰি, ডাঙৰীয়াৰ ডাঙৰ আসন গ্ৰহণ কৰি, তেওঁলোকৰ আশ্ৰিত আৰু উপাসকসকলৰ ফালে বিদ্যাৰ একো একোটা ডাঙৰ ডাঙৰ পানীৰ মিঠৈ বা পশ্চিমীয়াসকলে কবৰ নিচিনা 'দিল্লীকা লাড্ডু' পঠিয়াই দিয়ে আৰু 'আমাৰ ডাঙৰীয়াৰ নিচিনা বিদ্বান আৰু জ্ঞানী কোন আছে, কোনে আমাৰ ডাঙৰীয়াৰে সৈতে জোৰ দিব পাৰিব ?' উপাসকসকলৰ এনে সুমধুৰ স্তোত্ৰৰ ধ্বনি শুনি বা তাৰ গেছত ওফন্দি বিদ্যাৰ একোখন মানসিক 'জেপেলিন'ত, 'বেলুন'ত অবাধে উঠি সকলোৰে ওপৰেদি গগণমাৰ্গত বিচৰণ কৰে।

শিক্ষা অকল ইণ্টেলেক্‌চুৱেল অৰ্থাৎ মানসিক বা বুদ্ধি-জ্ঞানৰ চৰ্চ্চাতে মাথোন আৱদ্ধ থাকিলেই প্ৰকৃত শিক্ষা নহয়। শিক্ষা নৈতিক আৰু দৈনিক জীৱনৰ লাগতিয়াল অৰ্থাৎ আধ্যাত্মিক আৰু সংসাৰিক জীৱন যাত্ৰাৰ কাৰ্য্যবোৰৰ সহায়ক হব লাগে ; তেহে শিক্ষা, স্কুল-কলেজৰ বিদ্যা-শিক্ষা সম্পূৰ্ণ আৰু সৰ্ব্বাঙ্গসুন্দৰ হয় নতুবা সি এধাডুখৰীয়া। এধাডুখৰীয়া শিক্ষা একেবাৰেই নিষ্ফল নহলেও, সি যে অনেক সময়ত বিপজ্জনক তাক স্বীকাৰ নকৰি নোৱাৰি। নৈতিক শিক্ষা নোপোৱা বা কম পোৱা বা সেই শ্ৰেণীৰ শিক্ষাক অগ্ৰাহ্য অৱহেলাকৈ পেলাই থওঁতা, অকল ইণ্টেলেক্‌চুৱেল শিক্ষাকে সৰ্ব্বহ বুলি ধৰি লওঁতাৰ পৰিণামৰ উদাহৰণ

আজিকালিৰ অদ্ভুত জীৱ ডেকা-গ্ৰেজুৱেট আণ্ডাৰ-গ্ৰেজুৱেট কেইজনেই অকল ইণ্টেলেকচুৱেল আৰু মৰেল শিক্ষা হলেই আজিকালি গা নবয়, সেই দুটাৰ লগতে শিক্ষা সাংসাৰিক ক্ষেত্ৰত জীৱন-যাত্ৰাৰ নিমিত্তে অৰ্থকৰীও হব লাগিব। নতুবা এই যুগৰ অপৰূপ জীৱন-যুদ্ধত তোমাৰ হাৰ আৰু ৰান্ধনি-ঘৰত সোমাই দেখিবা তোমাৰ চাউলৰ টেকেলি কাতি। আৰু এফেৰাৰ কথা ইয়াতে জোৰা দিওঁ যে আমাৰ শিক্ষা অৰ্থাৎ ভাৰতীয়-সকলৰ শিক্ষা পাশ্চাত্য হব লাগিব কিন্তু প্ৰাচ্য সাঁচত। উদ্দালকৰ গুৰুগৃহৰ শিক্ষাৰ প্ৰণালী আজিকালিৰ নিমিত্তে শুকান। সেই পবিত্ৰ সৰস্বতী নদীৰ সোঁতো আমাৰ উপকাৰৰ অৰ্থে নবৈ, জড়জগতত অন্তঃ-সলিলাৰূপে আৰু শব্দজগতত মন্ত্ৰাত্মকৰূপেহে এতিয়া বিদ্যমান। সেই কাল, সেই লোক, সেই সমাজ, সেই জীৱন-যাত্ৰাৰ লক্ষণ, সকলো গল। আজিকালিৰ অৱস্থা অনুযায়ী শিক্ষা-প্ৰণালী হবই লাগিব নতুবা আগৰ কালৰ ঘূৰণীয়া বিন্ধাত আজিকালিৰ চাৰিচুকীয়া গজাল সুমাবলৈ নোৱাৰাৰ নিচিনা হব। এতিয়া আমি য়ুৰোপীয় ৰজাৰ প্ৰজা আৰু য়ুৰোপীয় প্ৰজাৰ ওচৰচুবুৰীয়া ভাই 'ব্ৰাদাৰ'। তেওঁলোকৰ চিন্তা, বিদ্যা, জ্ঞান, কাৰ্য্যৰ আমি ইচ্ছাপূৰ্ব্বকেই হওক বা অনিচ্ছাপূৰ্ব্বকেই হওক অংশীদাৰ। তেওঁলোক নহলে আমাৰ নচলে। আমি নহলেও তেওঁলোকৰ নচলে। এনেস্থলত এই কালৰ উপযোগী পাশ্চাত্য শিক্ষা যে আমাক লাগে, তাত ভুল কি? কিন্তু সেই শিক্ষা দেশভেদে পৃথক হবই লাগিব অৰ্থাৎ ভাৰতীয় সাঁচত তাক মৰা হব লাগিব। আমি পাশ্চত্য শিক্ষা পালেও আমি যে য়ুৰোপীয় নহওঁ, ভাৰতীয়হে—সেইটো নেপাহৰি আমাৰ শিক্ষাৰ গাত ভাৰতীয় ছাব-মোহৰ থাকিব লাগিব। এনে ভাবেহে য়ুৰোপীয় শিক্ষা জাপানে গ্ৰহণ কৰিছে আৰু তাৰ ফলত এতিয়া জাপান কি, কাক কব লাগিছে? পশ্চিমৰ শিক্ষাৰ সঙ্গমহে আমাৰ আকাঙ্ক্ষিত শিক্ষা আৰু এই দুধাৰাৰ সংযোগেইহে আজিকালি পৃথিৱীৰ শিক্ষাৰ আদৰ্শ প্ৰয়াগ-তীৰ্থ। চিন্তাশীল প্ৰাচ্য আৰু প্ৰতীচ্যসকলৰ অনেকে আজি-কালি এই তত্ত্ব হৃদয়ঙ্গম কৰি আহিছে। 'East is east and west

ধন্য কৰোঁহক। এই মাতৃভাষাৰ উন্নতিয়েই আমাৰ দেশৰ উন্নতি, আমাৰ স্বজাতিৰ উন্নতি। এই মাতৃভাষাৰ সেৱাই আমাৰ দেশৰ সেৱা—আমাৰ জাতীয় জীৱনৰ আনন্দৰ বিজয় পতাকা—আমাৰ লুপ্ত গৌৰৱৰ পুনৰুত্থান—আমাৰ জীৱন কৰ্ত্তব্যৰ শিৰৰ মুকুট। আহক তেন্তে আজি এনে এটি শুভ ক্ষণত আমি হৃদয়ৰ পৰা ক্ষুদ্ৰ সংকীৰ্ণতাৰ ভাব দূৰ কৰি এই মাতৃভাষাৰ যজ্ঞবেদীতে মুকলি মনেৰে, মুকলি প্ৰাণেৰে সকলোৱে এবাৰ ভাই ভাই বুলি উলাহেৰে আঁকোৱালি ধৰি একেটি সুৰতে সুৰ মিলাই গাওঁ—"জয় অসমীয়া ভাষাৰ জয়! জয় অসমৰ জয়! অসম জননীৰ জয়!" "নমো শংকৰাৰ হে মোৰ জননী চিৰজীৱনৰ সাধনা! "ওঁ মধু বাতা ঋতায়তে মধুক্ষৰন্তি-সিন্ধৱঃ মাধ্বীণঃ সন্তোষধীঃ।*

* অসম সাহিত্য সভাৰ সপ্তম অধিৱেশনৰ সভাপতিৰ অভিভাষণ।
গুৱাহাটী – ডিচেম্বৰ, ১৯২৪ চন।

## জাতীয় সঙ্গীত

অ' মোৰ আপোনাৰ দেশ !
অ' মোৰ চিকুণি দেশ ।
এনেখন সুৰলা
এনেখন সুফলা,
এনেখন মৰমৰ দেশ ॥
অ' মোৰ সুৰীয়া মাত !
অসমৰ সুৱদি মাত !
পৃথিৱীৰ কতো
বিচাৰি জনমটো
নোপোৱা কৰিলেও পাত ॥
অ' মোৰ ওপজা ঠাই !
অ' মোৰ অসমী আই !
চাই লওঁ তোমাৰ
মুখখনি এবাৰ
হেঁপাহ মোৰ পলোৱা নাই ॥
অ' মোৰ আপোনাৰ দেশ !
অ' মোৰ সুকীয়া দেশ ॥

সমাপ্ত